অসম-প্ৰজ্ঞা

# অসমৰ কীৰ্তিচিহ্ন

শান্তনু কৌশিক বৰুৱা



অসম সাহিত্য সভা

অসম-প্ৰজ্ঞা

# অসমৰ কীৰ্তিচিহ্ন

শান্তনু কৌশিক বৰুৱা



অসম সাহিত্য সভা
চন্দ্ৰকান্ত সন্দিকৈ ঐতিহ্য ভৱন
যোৰহাট-৭৮৫০০১

**ASAMAR KIRTICHIHNA :**
A collection of Historical places of Assam compiled by
Sri Santanu Kausik Baruah Published by Asam Sahitya Sabha,
Chandrakanta Hadique Bhaban, Jorhat-785001
in December 2020.
Price : 120/-

---

**প্ৰকাশক**
**অসম সাহিত্য সভা**
চন্দ্ৰকান্ত সন্দিকৈ ঐতিহ্য ভৱন
যোৰহাট - ৭৮৫০০১

**প্ৰথম প্ৰকাশ**
ডিচেম্বৰ, ২০২০

**স্বত্ব**
অসম সাহিত্য সভা

**বেটুপাত**
মনজিৎ ৰাজখোৱা

**মূল্য**
১২০.০০ টকা (এশ বিশ টকা মাত্ৰ)

**মুদ্ৰণ**
দ্ৰোণ অফছেট প্ৰিণ্টাৰ্চ, কাহিলীপাৰা
গুৱাহাটী- ৭৮১০১৯

# অসম সাহিত্য সভাৰ ক'বলগীয়া

অসম সাহিত্য সভাই অসমৰ বিভিন্ন দিশ পাঠক সমাজলৈ লৈ অহাৰ উদ্দেশ্যে 'অসম-প্ৰজ্ঞা' নামেৰে এক অভিলাষী প্ৰকল্প হাতত লৈছে। এই প্ৰকল্পৰ অধীনত অসমৰ বিভিন্ন সমল-সম্পদক বিষয়বস্তু হিচাপে লৈ এলানি গ্ৰন্থ প্ৰকাশৰ প্ৰস্তুতি চলোৱা হৈছে।

'অসম-প্ৰজ্ঞা' গ্ৰন্থলানিৰ এখন গ্ৰন্থ হৈছে 'অসমৰ কীৰ্তিচিহ্ন'। লেখক শান্তনু কৌশিক বৰুৱাই প্ৰস্তুত কৰি উলিওৱা এই গ্ৰন্থখনিয়ে অসমৰ কীৰ্তিচিহ্নসমূহৰ সম্যক বৰ্ণনা পাঠক সমাজৰ সন্মুখত দাঙি ধৰিছে।

এই গ্ৰন্থখনৰ তথ্যসমূহে নতুন প্ৰজন্মৰ প্ৰতিনিধিসকলক যথেষ্ট সহায় কৰিব বুলি ধাৰণা কৰা হৈছে।

সভাৰ প্ৰকাশন উপ-সমিতিয়ে দক্ষতাৰে দায়িত্ব পালন কৰি গ্ৰন্থখন প্ৰকাশ কৰি উলিয়াইছে। সভাৰ পৰিকল্পিত চিন্তাক যথাৰ্থ ৰূপ প্ৰদান কৰাত উপ-সমিতিৰ আটাইকে ধন্যবাদ জ্ঞাপন কৰাৰ লগতে লেখক শ্ৰী বৰুৱাৰো শলাগ ল'লোঁ।

**ড° কুলধৰ শইকীয়া**
সভাপতি
অসম সাহিত্য সভা

অসম-প্ৰজ্ঞা

# 'অসমৰ কীৰ্তিচিহ্ন'

## আঁৰৰ কথা

অসম সাহিত্য সভাৰ সন্মানীয় সভাপতি শ্ৰীযুত কুলধৰ শইকীয়াৰ লগত মোৰ নিবিড় সম্পৰ্ক বহুদিনৰ। সম্পৰ্কটো কোনোপধ্যেই আমাৰ দুয়োৰে পেছাৰ লগত জড়িত নহয়। তেখেত ভাৰতীয় আৰক্ষী সেৱাৰ শীৰ্ষ বিষয়া আৰু মই যন্ত্ৰপাতিৰ লগত সম্পৰ্কিত অভিযন্তা। আমাৰ মাজত উমৈহতীয়া সম্বন্ধ হ'ল সাহিত্যৰ। দুয়ো সাহিত্য ভাল পাওঁ, চৰ্চা কৰোঁ। বয়সত জ্যেষ্ঠ বাবে তেখেতক দাদা বুলি মাতো। অকল মতাই নহয়, দাদা বুলি মানো, শ্ৰদ্ধা কৰোঁ, আৰু তেখেতৰ কথা আজ্ঞা হিচাপে গ্ৰহণ কৰোঁ। সঁচা কথা ক'বলৈ গ'লে তেখেতৰ লগত থকা এই ককাই-ভাইৰ সম্পৰ্কৰ বাবেই অসম সাহিত্য সভাৰ লগতো মোৰ নতুন সম্পৰ্ক আৰম্ভ হ'ল। এই ক্ষেত্ৰত অৱশ্যে তেখেতৰ মোৰ দৰে ভায়েকৰো ভায়েক, অৰ্থাৎ মোক দাদা বুলি মতা আৰু মনা দেৱজিৎ বৰাৰো গুৰুত্বপূৰ্ণ ভূমিকা আছে।

সেই কুল শইকীয়া দাদাই যেতিয়া মোক ক'লে যে তেখেতে অসম সাহিত্য সভাৰ জৰিয়তে অসম সম্পৰ্কীয় কিছু কিতাপ প্ৰকাশ কৰাৰ কথা ভাবিছে আৰু তেনে কেইখনমান কিতাপ প্ৰস্তুত কৰি দিব লাগে, তেতিয়া সেয়া মোৰ বাবে আদেশ যেন হৈ পৰিল। সময় কম, মানে অসম প্ৰকাশন পৰিষদৰ ৩৩তম্ গুৱাহাটী গ্ৰন্থমেলাৰ সময়তে সেইকেইখন প্ৰকাশ হৈ ওলাব লাগিব। গতিকে কম সময়তে এনেধৰণৰ কিতাপৰ কাম সম্পূৰ্ণ কৰিব পাৰিব বুলি বিশ্বাস থকা কেইজনমান লেখক-লেখিকাৰ লগত যোগাযোগ কৰি আঠখনমান কিতাপৰ বাবে অনুৰোধ কৰা হ'ল। সেয়া ঠিক অনুৰোধো অৱশ্যে নহয়, মই যে তেওঁলোকৰ অনুৰোধ বা আবদাৰ মানি লৈ তেওঁলোকক লগা কিছুমান লেখা কম সময়তে যুগুত কৰি দিওঁ, তাৰ এক মধুৰ প্ৰতিশোধ। কিতাপ কেইখনৰ বিষয়ে কুল শইকীয়া দাদা, দেৱজিৎ বৰা ভাইটিৰ লগত সঘনাই কথা পাতি সেই কেইখন চূড়ান্ত কৰা হ'ল।

প্ৰেক্ষাপটত দেৱজিৎ বৰা আহি পৰাৰ লগে লগে খেলৰ গতিয়েই সলনি হৈ গ'ল আৰু মোকে ধৰি সকলোৱে লৰালৰি লাগিল। তাৰ মাজতে কেইজনমান জালৰ পৰা জঁপিয়াই সাময়িকভাবে ৰক্ষা পৰিলেও শ্ৰীশান্তনু কৌশিক বৰুৱাৰ 'অসমৰ কীৰ্তিচিহ্ন' আৰু শ্ৰীমহানন্দ শৰ্মাৰ 'অসমৰ জীৱবৈচিত্ৰ' আমাৰ হাতত পৰিল আৰু দেৱজিতে ততাতৈয়াকৈ সেই কেইখন প্ৰেছলৈ প্ৰেৰণ কৰিলে।

এই লানি কিতাপৰ নাম 'অসম-প্ৰজ্ঞা' দিয়া হৈছে আৰু শ্ৰদ্ধেয় কুলধৰ শইকীয়া দাদাৰ পৰিকল্পনা তথা পৰামৰ্শ মৰ্মেই এই কাম সম্পাদন কৰা হৈছে। এয়া কেৱল এক আৰম্ভণিহে আৰু ভৱিষ্যতে 'অসম-প্ৰজ্ঞা' আঁচনিৰ অধীনত অধিক কিতাপ প্ৰকাশ কৰা হ'ব। তাৰে কেইখনমানৰ কাম একেবাৰে শেষ পৰ্যায়ত আছে।

শ্ৰীশান্তনু কৌশিক বৰুৱাৰ 'অসমৰ কীৰ্তিচিহ্ন' কিতাপখনত তেওঁ অসমৰ শতাধিক কীৰ্তিচিহ্নৰ বিষয়ে বৰ্ণনা কৰিছে। এই কাম যে অতি কষ্টসাধ্য সেয়া নক'লেও হ'ব। এই কিতাপখন পঞ্জী পাঠকসকলে যে থাওঁকতে অসমৰ প্ৰধান কীৰ্তিচিহ্নসমূহৰ বিষয়ে জানিব পাৰিব আৰু তাৰ দ্বাৰা যথেষ্ট উপকৃত হ'ব, সেয়া ন দি ক'ব পাৰি। এই ছোগতে আমি শ্ৰীবৰুৱাক ধন্যবাদ জ্ঞাপন কৰিছোঁ।

অসম সাহিত্য সভাই এই লানি কিতাপ প্ৰকাশ কৰিবলৈ লৈ এক মহান জাতীয় কৰ্তব্য পালন কৰিছে। অসম সাহিত্য সভাৰ ইতিহাসত এই কাম এক 'কীৰ্তিচিহ্ন' হিচাপেই লিপিবদ্ধ হৈ ৰ'ব। শ্ৰীযুত কুল শইকীয়াদেৱৰ সুচিন্তিত পৰিকল্পনা ৰূপায়িত কৰি অসম সাহিত্য সভাৰ প্ৰকাশন সমিতিৰ আহ্বায়ক শ্ৰীদেৱজিৎ বৰাই যি যুদ্ধকালীন ক্ষিপ্ৰতাৰে কিতাপখন ছপা কৰাত বিশেষ ভূমিকা ল'লে, তাৰ বাবে তেওঁ নিশ্চিতভাৱে সাধুবাদৰ পাত্ৰ।

**অভিজিত শৰ্মা বৰুৱা**
শান্তিগ্ৰাম হাউছিং কমপ্লেক্স',
ত্ৰিপুৰা ৰোড, গুৱাহাটী-২২

# সূচী

# অগ্নিগড়, তেজপুৰ

তেজপুৰত থকা এটা প্ৰাচীন গড়। কথিত আছে যে কন্যা ঊষাক সুৰক্ষিত কৰি ৰাখিবৰ বাবে তেতিয়াৰ তেজপুৰ নগৰৰ চাৰিওফালে বাণ ৰজাই এটা গড় বা দুৰ্গ মৰাইছিল (সেইবাবে তেজপুৰৰ প্ৰাচীন নাম কন্যাপুৰ)। বিশাল ব্ৰহ্মপুত্ৰৰ কাষত অৱস্থিত এই গড়ৰ চৌদিশে অহৰ্নিশে জুই (অগ্নি) জ্বলাই ৰখা হৈছিল, যাতে কোনো অবাঞ্ছনীয় মানুহ তাৰ ভিতৰত প্ৰৱেশ কৰিব নোৱাৰে। সেয়ে ইয়াৰ নাম অগ্নিগড়। এই গড়ৰ মাজতেই আছিল বাণ ৰজাৰ জীয়াৰী ঊষাৰ কাৰেং। ঊষাই তাৰে ভিতৰত সখীসকলৰ দ্বাৰা পৰিৱেষ্টিত হৈ বাস কৰিছিল। তেজপুৰ নগৰৰ এটি সৰু টিলাক এতিয়াও অগ্নিগড় বোলা হয়। আগেয়ে এই টিলাৰ পৰা হেনো জুই ওলাইছিল।

পৌৰাণিক কাহিনী মতে ঊষাই, অগ্নিগড়ত থাকোঁতেই, এদিন সপোনত শ্ৰীকৃষ্ণৰ নাতি অনিৰুদ্ধক দেখিলে আৰু চিনি নোপোৱা সত্ত্বেও সেইজনক বিয়া কৰাবলৈ উদ্বাউল হ'ল। ঊষাৰ বুদ্ধিমতী, চিত্ৰকলাত নিপুণ আৰু যাদুকৰী সখী চিত্ৰলেখাই ভাৰতৰ বিভিন্ন ৰাজবংশৰ যুৱকসকলৰ ছবি আঁকি, ঊষাক দেখুৱাই অনিৰুদ্ধক চিনাক্ত কৰিলে। ঊষাৰ মানসিক অৱস্থালৈ চাই চিত্ৰলেখাই তেওঁৰ হৰলুকী বিদ্যাৰে অনিৰুদ্ধক হৰণ কৰি আনি অগ্নিগড়ৰ ভিতৰ পোৱালে আৰু দুয়োৰে মাজত গন্ধৰ্ব বিবাহ পাতি দিলে। পাছে বাণ ৰজাই সেই কথাৰ সম্ভেদ পাই অনিৰুদ্ধক ধৰি নি পোতাশালত থ'লে। খবৰ পাই অনিৰুদ্ধক উদ্ধাৰ কৰিবলৈ সসৈন্যে শ্ৰীকৃষ্ণ (হৰি) শোণিতপুৰলৈ আহিল আৰু যুদ্ধৰ প্ৰস্তুতি আৰম্ভ হ'ল। মহাভাৰতৰ হৰিবংশৰ বিষ্ণু পৰ্বত উল্লেখ আছে যে অনিৰুদ্ধক উদ্ধাৰ কৰিবলৈ শ্ৰীকৃষ্ণ সসৈন্যে আহি শোণিতপুৰত প্ৰৱেশ কৰি বাণৰ নগৰৰ চাৰিওদিশে অগ্নিৰ বেৰ দেখি বিস্ময় মানিছিল আৰু নগৰত প্ৰৱেশ কৰাৰ কোনো চিদ্ৰ নেদেখি অৱশেষত গৰুড়ৰ দ্বাৰা অগ্নি নিৰ্বাপণ কৰিহে নগৰত প্ৰৱেশ কৰিছিল। ইফালে বাণৰ আৰাধ্য দেৱতা শিৱ (হৰ) বাণ ৰজাৰ হৈ যুদ্ধত অৱতীৰ্ণ হয়। ইয়েই বিখ্যাত হৰি-হৰৰ যুদ্ধ। পাছত অৱশ্যে ব্ৰহ্মাৰ হস্তক্ষেপত মহাদেৱ-শ্ৰীকৃষ্ণৰ চূড়ান্ত যুদ্ধখন নহ'লগৈ

আৰু দুয়ো পক্ষৰে বুজাবুজি হ'ল। অনিৰুদ্ধক মুকলি কৰি ঊষা-অনিৰুদ্ধৰ বিবাহকো আনুষ্ঠানিক স্বীকৃতি দিয়া হয়।

তেজপুৰত অৱস্থিত অগ্নিগড়ক সম্প্ৰতি পৰ্যটনস্থলী হিচাপে গঢ়ি তোলা হৈছে। ১৯২১ চনত তেতিয়াৰ তেজপুৰ পৌৰসভাৰ সভাপতি পদ্মনাথ গোহাঞিবৰুৱাই ইয়াতে এখন উদ্যান (পাছলৈ পদ্ম পাৰ্ক নামেৰে জনাজাত) গঢ়ি তোলে। স্বাধীনতাৰ পাছত তদানীন্তন মুখ্যমন্ত্ৰী বিষ্ণুৰাম মেধিয়ে এই গড়তে ভাৰতৰ ৰাষ্ট্ৰীয় প্ৰতীক অশোক স্তম্ভ এটা উন্মোচন কৰে। মাজতে বহু বছৰ অনাদৃত হৈ থকাৰ পাছত ১৯৯২ চনৰ পৰা স্থানীয় প্ৰশাসনৰ সহযোগত অগ্নিগড়ক নকৈ সজাই পৰাই তোলা হৈছে। পাৰ্কখনকো ঊষা-অনিৰুদ্ধ উদ্যানৰূপে ন-কৈ নামকৰণ কৰা হৈছে। ভাস্কৰ্য শিল্পী জয়চন্দ্ৰ দাসে নিৰ্মাণ কৰা ঊষা-চিত্ৰলেখাৰ চিত্ৰ আঁকি থকা মূৰ্তি, চিত্ৰলেখাই অনিৰুদ্ধক হৰণ কৰি অনাৰ মূৰ্তি, অনিৰুদ্ধৰ বন্দিত্ব, হৰি-হৰৰ যুদ্ধৰ মূৰ্তি আদিৰে সমৃদ্ধ ঊষা-অনিৰুদ্ধ উদ্যান পৰ্যটকৰ বাবে আকৰ্ষণীয়। পৌৰাণিক কীৰ্তিস্তম্ভযুক্ত অগ্নিগড়ৰ ওখ টিলাৰ পৰা কাষৰ ব্ৰহ্মপুত্ৰৰ দৃশ্য বৰ মনপৰশা।



# অশ্বক্ৰান্ত মন্দিৰ, উত্তৰ গুৱাহাটী

ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰত উত্তৰ গুৱাহাটীত অৱস্থিত তীৰ্থস্থান। ইয়াত প্ৰায় সম আয়তনৰ দুটা মন্দিৰ আছে। এটা ব্ৰহ্মপুত্ৰৰ পাৰত পাহাৰৰ নামনি ভাগত, আনটো পাহাৰৰ ওপৰ ভাগত অৱস্থিত। অশ্বক্ৰান্তৰ স্থানডোখৰক লৈ কেবাটাও জনশ্ৰুতি প্ৰচলিত। শ্ৰীকৃষ্ণৰ ৰথৰ ঘোঁৰা ক্ৰান্ত/ ক্লান্ত হৈ এই ঠাইত জিৰোৱা বুলি কেউটা জনশ্ৰুতিয়েই কয়। কিংবদন্তি অনুসৰি নৰকাসুৰক বধ কৰিবৰ অৰ্থে শ্ৰীকৃষ্ণ কামৰূপলৈ আহোঁতে এই ঠাইডোখৰ অশ্ব বা ঘোঁৰাৰ দ্বাৰা ক্ৰান্ত (বা অতিক্ৰান্ত) হোৱা বাবে এই অঞ্চলৰ নাম অশ্বক্ৰান্ত হয়। কোনো কোনোৱে এই অঞ্চলক অশ্বক্লান্ত বুলিও কয়। জনশ্ৰুতি অনুসৰি এই অঞ্চলতে খোজ পেলাই শ্ৰীকৃষ্ণই নৰকাসুৰক বধ কৰিছিল। ইয়াতেই তেওঁৰ অশ্ব ক্লান্ত হৈ পৰে আৰু ঠাইডোখৰে অশ্বক্লান্ত নাম পায়।

আন এক জনশ্ৰুতি অনুসৰি কুৰুক্ষেত্ৰ যুদ্ধত অভিমন্যু বধৰ পাছত অৰ্জুনৰ সাৰথি শ্ৰীকৃষ্ণই তেওঁক (অৰ্জুনক) প্ৰাচীন কামৰূপৰ সপ্তদললৈ লৈ আহিছিল। সপ্তদললৈ অহাৰ পথত এই ঠাইতে হেনো ঘোঁৰা (অশ্ব) ক্লান্ত হৈ পৰাত তেওঁলোকে জিৰণি লৈছিল। জনশ্ৰুতি অনুসৰি হাজোৰ উত্তৰ-পশ্চিমে থকা সাতদলা নামৰ পথাৰখনেই পৌৰাণিক সপ্তদল। কোনো এক ভূমিকম্পত পথাৰখন বিলত পৰিণত হয়। লোক প্ৰবাদ মতে শ্ৰীকৃষ্ণই কুণ্ডিল্য বা বিদৰ্ভ ৰজাৰ কন্যা ৰুক্মিণীক হৰণ কৰি দ্বাৰকালৈ নিয়াৰ পথত ঘোঁৰা ক্লান্ত হৈ পৰাত এই ঠাইতে হেনো জিৰণি লৈছিল। ব্ৰহ্মপুত্ৰৰ পাৰৰ টিলা এটাৰ শিল কিছুমানত ঘোঁৰাৰ খুৰাৰ দৰে চিন দেখা যায়। শ্ৰীকৃষ্ণই য'ত ভৰিৰ খোজ পেলাইছিল তাৰ নাম বিষ্ণুপদ। পৌৰাণিক শাস্ত্ৰ মতে এয়ে অশ্বগয়া আৰু ইয়াতে মৃতকৰ আত্মাৰ সদ্‌গতিৰ অৰ্থে পিণ্ডদান কৰা হয়। আজিকালি 'অশ্বক্ৰান্ত' আৰু 'অশ্বক্লান্ত' দুয়োটা সমঅৰ্থত প্ৰয়োগ হোৱা দেখা যায়। পাহাৰৰ নামনি অংশত অৱস্থিত মন্দিৰটোৰ কাষতে অশ্বক্ৰান্তনামৰ এটা কুণ্ডও আছিল। বৰ্তমানে অৱশ্যে এই কুণ্ড ব্ৰহ্মপুত্ৰৰ বুকুত লীন গ'ল।

পাহাৰৰ ওপৰ ভাগত অনন্তশায়ী বিষ্ণুৰ শিলৰ মূৰ্তিৰে এটা বিষ্ণু মন্দিৰ আছে। নামনি ভাগত আছে কুৰ্ম ভগৱান জনাৰ্দন বিষ্ণুৰ (কুৰ্মজনাৰ্দন বিষ্ণু) মন্দিৰ।

দুয়োটা মন্দিৰক একেলগে অশ্বক্ৰান্ত মন্দিৰ আৰু পাহাৰটোক অশ্বক্ৰান্ত পাহাৰ বোলা হয়। উল্লেখযোগ্য, পাহাৰৰ ওপৰত থকা বিষ্ণু মূৰ্তিটো অসমৰ একমাত্ৰ অনন্তশায়ী বিষ্ণুৰ মূৰ্তি।

চ'ত মাহৰ অশোকাষ্টমী তিথিত ইয়াত স্নান কৰিবৰ বাবে বহু তীৰ্থযাত্ৰীৰ সমাগম হয়। অশোকাষ্টমীৰ দিনা অশ্বক্ৰান্তৰ কাষৰ ব্ৰহ্মপুত্ৰত মৃতকৰ অস্থি বিসৰ্জন দিলে গংগাত বিসৰ্জন দিয়াৰ সমানেই ফল হয় বুলি বিশ্বাস প্ৰচলিত। নিত্য পূজাৰ উপৰি শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, দৌল উৎসৱ, অশোকাষ্টমী আদি ইয়াত সমাৰোহেৰে পালন কৰা হয়। একেদৰে এই মন্দিৰত অন্নপ্ৰাসন, চূড়াকৰণ, উপনয়ন আদি কৰাৰো ব্যৱস্থা আছে।

১৭২০ চনত আহোম স্বৰ্গদেউ শিৱ সিংহই এই মন্দিৰ নিৰ্মাণ কৰোৱাইছিল বুলি জনা যায়। মন্দিৰটোৰ বৰ্তমান মাটিকালি প্ৰায় ৪৩ বিঘা ৪ কঠা ১৭ লেচা।

হিন্দুসকলৰ বাবে অশ্বক্ৰান্তৰ মাহাত্ম্য অসীম। সত্য যুগত পুষ্কৰ, ত্ৰেতাত নৈমিষাৰণ্য, দ্বাপৰত কুৰুক্ষেত্ৰ আৰু কলিত অশ্বক্ৰান্ত পৱিত্ৰ তীৰ্থ বুলি জনবিশ্বাস প্ৰচলিত। 'যোগিনী তন্ত্ৰ'তো অশ্বক্ৰান্তকেই শ্ৰেষ্ঠ তীৰ্থ বুলি উল্লেখ কৰা হৈছে।

অশ্বক্ৰান্ত মন্দিৰ অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।।



# আউনীআটি সত্ৰ, মাজুলী

মাজুলীৰ শালমৰা মৌজাত (এতিয়াৰ কমলাবাৰী) জয়ধ্বজ সিংহৰ দিনত স্থাপন কৰা অসমৰ অন্যতম সত্ৰ আউনীআটী। আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহই গালপোৱা ঘাটত যজ্ঞ কৰোঁতে কুৰুৱাবাহীৰ পৰা গোবিন্দ ঠাকুৰৰ এটি মূৰ্তিৰে সৈতে মিশ্ৰদেৱ গোসাঁইৰ দিনৰ নিৰঞ্জনদেৱ পাঠকক নিয়ায় আৰু তেওঁতে শৰণ লৈ ১৬৫৩ চনত (১৫৭৫ শক) ভূমি-জমি, দেউৰী-ভাগতী, যোগনীয়া-সমলীয়া দি মাজুলীত আউনী পাণৰ আটি কাটি গোবিন্দ ঠাকুৰক থাপনা কৰি আউনীআটী সত্ৰ পাতি দিয়ে। এই সত্ৰ অসমৰ চাৰিখন প্ৰধান সত্ৰৰ অন্যতম। আউনী পাণৰ আটি কাটি স্থাপন কৰা বাবে এই সত্ৰৰ নাম আউনীআটী সত্ৰ হয়। আন এক তথ্য মতে যি ঠাইত এই সত্ৰখন স্থাপন কৰা হৈছিল, সেই ঠাইডোখৰত আউনী পাণ থকা গছ এজোপা থকাৰ কাৰণেহে আউনী পাণৰ ভেটিত প্ৰতিষ্ঠা কৰা সত্ৰখনৰ নাম আউনীআটী সত্ৰ হ'ল। 'আটী' শব্দৰ অৰ্থ মাটি বা বালি পৰি স্বাভাৱিকতে ওখ হোৱা ঠাই।

অসমৰ বিভিন্ন ঠাইত আউনীআটী সত্ৰৰ ১৪খন শাখা সত্ৰ আছে। ইয়াৰে যোৰহাট জিলাৰ টীয়কৰ কলিয়াপানীত থকা শাখা সত্ৰখনৰ নামঘৰটো উত্তৰ-পূৰ্বাঞ্চলৰ সৰ্ববৃহৎ নামঘৰৰূপে চিহ্নিত হৈছে। এই নামঘৰটোৰ দৈৰ্ঘ্য ১২৯ ফুট, প্ৰস্থ ৬৩ ফুট। মণিকূটৰ দৈৰ্ঘ্য ৬৩ ফুট আৰু প্ৰস্থ ৬৩ ফুট। সত্ৰৰ মুঠ মাটি ২৫০ বিঘা। ২০০৪ চনৰ ১৬ মাৰ্চত এই সত্ৰৰ মণিকূটৰ দ্বাৰ উদ্‌ঘাটন কৰা হয়।

ব্ৰহ্ম সংহতিৰ আউনীআটী সত্ৰত বিগ্ৰহৰ বিশেষ গুৰুত্ব আছে। এই সত্ৰৰ উপাস্য দেৱতা শ্ৰীশ্ৰী গোবিন্দ ঠাকুৰ।

আউনীআটী সত্ৰ অসমৰ শংকৰী সংস্কৃতিৰ প্ৰাণকেন্দ্ৰ। নিত্য চৈধ্য প্ৰসংগৰ উপৰি পাল নাম, ৰাস লীলা, জন্মাষ্টমী, ফাকুৱা, ব'হাগ বিহু, কাতি বিহু আদিত শ্ৰীকৃষ্ণৰ প্ৰতি ভক্তিভাৱেৰে বিশেষ অনুষ্ঠানৰ আয়োজন কৰা হয়।

আউনীআটী সত্ৰৰ সত্ৰীয়া পৰিবেশনাসমূহৰ ভিতৰত বিভিন্ন নাম-প্ৰসংগ, নৃত্য আৰু পৌৰাণিক ভাৰতীয় কাব্য পুৰাণ, বেদ, ৰামায়ণ, মহাভাৰত আদিৰ

আধাৰত কৰা ভাওনা অন্যতম। কাতি মাহৰ ২৫ তাৰিখৰ পৰা ২৯ তাৰিখলৈকে পাঁচদিনীয়াকৈ পালন কৰা পাল নাম এই সত্ৰৰ মুখ্য উৎসৱ। আধ্যাত্মিক নিৰ্দেশাৱলী শৰণ, ভজন আৰু মালামন্ত্ৰ দান সত্ৰাধিকাৰ বা তেওঁৰ মুখ্য শিষ্যসমূহে অনুষ্ঠিত কৰে।

আউনীআটী সত্ৰই নতুন দিল্লীত ভাৰতৰ গণৰাজ্য দিৱস, ৰাষ্ট্ৰপতি ভৱনৰ বিশেষ কাৰ্যসূচী, যোধপুৰ, দিল্লী, তামিলনাডু আদিত অনুষ্ঠিত ৰাষ্ট্ৰীয় সাংস্কৃতিক মহোৎসৱত সত্ৰীয়া সংস্কৃতিৰ প্ৰদৰ্শন কৰিছে।

অসমৰ সাহিত্য, কলা-সংস্কৃতিৰ উৎকৰ্ষ আৰু বিকাশত আউনীআটী সত্ৰৰ বিশেষ অৰিহণা আছে। এই সত্ৰৰে সত্ৰাধিকাৰ দত্তদেৱ গোস্বামীৰ উদ্যোগত স্থাপিত 'ধৰ্মপ্ৰকাশ যন্ত্ৰ'ৰ পৰা ১৮৭১ চনত প্ৰকাশ হয় অসমৰ দ্বিতীয়খন তথা স্বদেশী লোকে প্ৰকাশ কৰা প্ৰথমখন সংবাদপত্ৰ 'আসাম বিলাসিনী'। ইয়াৰ পাছত প্ৰকাশ হৈছিল 'আসাম তৰা' আৰু 'আসাম দীপিকা' নামৰ দুখন কাকত-আলোচনী। কাকত-আলোচনীৰ উপৰি এই সত্ৰত ৰচিত আৰু প্ৰকাশিত উল্লেখযোগ্য গ্ৰন্থসমূহ হ'ল ঃ 'হৰি সংকীৰ্তনম', 'ঋতু সংহাৰ', 'গোবিন্দ গুণমালা', 'ধ্ৰুৱ চৰিত্ৰ', 'কৃষ্ণ কীৰ্তন', 'ধৰ্মজ্যোতি' (দুই খণ্ড), 'ধৰ্ম আৰু কৰ্ম', 'ধৰ্ম কি?', 'সনাতন বৈষ্ণৱ ধৰ্ম', 'অশৌচ-পালন', 'ভাগৱত দৰ্পণ', 'গুৰুবাণী', 'সত্ৰ আৰু সমাজ' আদি। ছপা নাটক ঃ 'কৃষ্ণলীলা', 'দূত কৃষ্ণ', 'দ্ৰৌপদীৰ সয়ম্বৰ', 'জটানল', 'মগধ বিজয়', 'উৰ্বশী উদ্ধাৰ', 'অষ্টাবলে সিন্ধুৰাজ'।

আউনীআটী সত্ৰত প্ৰাচীন কালৰ বহু সাঁচিপাতৰ পুথি সংৰক্ষিত হৈ আছে। সেইবোৰৰ ভিতৰত 'হস্তীবিদ্যাৰ্ণৱ', 'শ্ৰীহস্ত মুক্তাৱলী', 'ধৰ্মপুৰা .', 'ভাগৱত' আদি উল্লেখযোগ্য।



# আকাশীগংগা, হোজাই

হোজাই জিলাৰ ডবকাৰ পৰা প্ৰায় ১১ কিলোমিটাৰ পূবত (ডবকা-ডিফু পথত) পাৰখোৱা নামে ঠাইত অৱস্থিত এটা জলপ্ৰপাত আকাশী গংগা। পাহাৰৰ বহু ওপৰৰ পৰা (প্ৰায় ৪৩ মিটাৰ/১৫০ ফুট) বৈ অহা কাৰণে পূৰ্বতে মানুহে ইয়াক আকাশৰ পৰা নামি অহা গংগা জ্ঞান কৰিছিল। সেইবাবে জনমানসত ই আকাশী গংগা নাম পালে।

জনবিশ্বাস মতে দক্ষযজ্ঞত পতিনিন্দা সহিব নোৱাৰি দেহ ত্যাগ কৰা সতীৰ মৃতদেহ শিৱই কান্ধত লৈ অহাৰ পাছত বিষ্ণু চক্ৰৰে খণ্ডিত সতীৰ দেহৰ এটা অংশ ইয়াতো পৰিছিল। সেয়ে আকাশী গংগাত স্নান কৰিলে দেৱীৰ আশিস পোৱা যায় বুলি বিশ্বাস প্ৰচলিত। 'কালিকা পুৰাণ'তো আকাশী গংগাক পীঠস্থান বুলি উল্লেখ কৰা হৈছে।

ইয়াতে দুটা শিলত কটা শিৱ মন্দিৰৰ ধ্বংসাৱশেষ গৈছে। এইবোৰ দশম আৰু দ্বাদশ শতিকাৰ দুটা মন্দিৰৰ অৱশেষ বুলি ঠাৱৰ কৰা হৈছে। মন্দিৰৰ একোটুকুৰা খোদিত অংশত শিৱধ্যানী মূৰ্তি, গণ, নৰ্তকী, নৃত্যৰত গণেশ, মন্দিৰৰ সৰু সৰু চিত্ৰ আদিও আছে। চালুক্য ৰীতিৰ নানা ধ্বংসাৱশেষৰ উদ্ধাৰে অঞ্চলটোৰ প্ৰত্নতাত্ত্বিক গুৰুত্ব বঢ়াইছে।

বৰ্তমান আকাশী গংগা অসমৰ এক পৰ্যটন কেন্দ্ৰস্বৰূপ আৰু বনভোজস্থলী হৈ পৰিছে। তদুপৰি প্ৰত্নতত্ত্ব সঞ্চালকালয়ে ইয়াত এখন উদ্যান নিৰ্মাণ কৰি ভগ্ন মন্দিৰৰ কাৰুকাৰ্যখচিত অংগসমূহ সজাই পৰাই ৰাখিছে।

আকাশী গংগাৰ প্ৰত্নতাত্ত্বিক ধ্বংসাৱশেষ অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

# আজান পীৰৰ দৰগাহ, শিৱসাগৰ

অসমীয়া 'জিকিৰ'ৰ ৰচক আৰু প্ৰৱৰ্তক। প্ৰকৃত নাম হজৰত শ্বাহ মীৰান। আনুমানিক ১৬১০ চনত ইৰাকৰ ৰাজধানী বাগদাদৰ এখন গাঁৱত জন্ম। আনুমানিক সপ্তদশ শতিকাত লগত ৩৬০ জন ছুফী (পীৰ) লৈ আজমীৰৰ পৰা অসমলৈ আহে। স্বৰ্গদেউ প্ৰতাপ সিংহৰ ৰাজত্বকালতে শ্বাহ মীৰান আৰু তেওঁৰ সংগীসকলে আহোম ৰাজধানী গড়গাঁৱৰ কাষৰ চুণপোৰাত থাকিবলৈ লয়। চুণপোৰাত থকা সময়খিনিত শ্বাহ মীৰান পীৰে বাঁহ-কাঠেৰে এটা মছজিদ সাজি মুছলমানসকলক ইছলাম ধৰ্মৰ ৰীতি-নীতিৰ শিক্ষা দিয়াৰ লগতে নিতৌ পাঁচবাৰ নামাজ পঢ়িবলৈ আহ্বান জনাইছিল। সেই সময়তে ৰংপুৰৰ চৈয়দ ওছমান গণি খোন্দকাৰৰ কন্যাক বিয়া কৰোৱাৰ পাছত দুটা পুত্ৰ সন্তানৰ জন্ম হয়। আজান দি নামাজ পঢ়িবলৈ শিকোৱা বাবে শ্বাহ মীৰান আজান পীৰ বা আজান ফকীৰ নামেৰে জনপ্ৰিয় হৈ উঠে। চুণপোৰাত থকাৰ সময়খিনিতে আজান পীৰে বৈষ্ণৱ ধৰ্মৰ জনপ্ৰিয়তাৰ প্ৰতি লক্ষ্য ৰাখি ইয়াৰ ছন্দ-ৰীতি আৰু সুৰ আয়ত্তৰে সহজ-সৰল ভাষাত 'জিকিৰ' ৰচনাৰে হিন্দু-মুছলমান উভয়ৰে হৈ পৰে বুকুৰ কুটুম। আজান ফকীৰে আঁঠকুৰি জিকিৰ ৰচনা কৰিছিল বুলি জনা যায়।

আজান ফকীৰৰ ক্ৰমবৰ্ধমান জনপ্ৰিয়তাত সচকিত হৈ পৰে সেই অঞ্চলৰ প্ৰবল প্ৰতাপী মুছলমান ৰাজবিষয়া ৰূপাই দাধৰা। ৰজাক গোচৰ দিয়ে — আজান ফকীৰ মোগলৰ গুপ্তচৰ। ৰজাই আজান পীৰক ৰাজসভালৈ বন্দী কৰি নি দোষী সাব্যস্ত কৰি চকু কঢ়াৰ নিৰ্দেশ দিয়ে। তেওঁৰ চকু দিখৌত পেলোৱাত ৰাজ্যত সৃষ্টি হ'ল নানা বিশৃংখলতা। ৰজাৰ জ্ঞানচক্ষু মুকলি হ'ল। ৰজাই পীৰজনক ভূমিদান কৰিব খোজাত আজান ফকীৰে, 'আপুনি ভূমিৰ গৰাকী নহয়, ভূমি মোক এই লাঠিডালেই দিব' বুলি লাখুটি এৰি দিয়ে দিখৌত। দিখৌত লাঠী উটি গৈ ব্ৰহ্মপুত্ৰৰ এটা ডুবিত আশ্ৰয় লয় আৰু তাতেই এভাগ ভূমি উঠি আহে। সেয়াই বৰ্তমানৰ



আজান পীৰক্ষেত্ৰ। ১২০ বিঘা মাটিকালিত স'ৰা গছেৰে বেৰ দি পতা মঠতেই ১২০ বছৰ বয়সত তেওঁৰ মৃত্যু হয়। তাতেই সম্পন্ন কৰা হয় তেওঁৰ শেষকৃত্য। নিৰ্মাণ কৰা হয় দৰগাহ।

দীৰ্ঘদিন লোকচক্ষুৰ আঁৰত থকা এই দৰগাহ ১৯৪৯ চনত পুনৰ উদ্ধাৰ হয়। পৰৱৰ্তী পৰ্যায়ত এখন সমিতিয়ে ইয়াৰ উন্নয়ন আৰু ৰক্ষণাবেক্ষণৰ দায়িত্ব লয়। শিৱসাগৰ নগৰৰ পৰা প্ৰায় ২২ কিলোমিটাৰ নিলগৰ স'ৰাগুৰি চাপৰিত আছে আজান পীৰৰ দৰগাহ (মুছলমান পীৰসকলৰ কবৰ আৰু লগতে থকা পৱিত্ৰ স্মৃতিসৌধ)। ডিমৌ আৰু ব্ৰহ্মপুত্ৰ নদীৰ সংগমথলীৰ ওচৰতে অৱস্থিত এই চাপৰিটোত বহু স'ৰা গছ (এবিধ মজলীয়া আকাৰৰ বনৰীয়া আওকাঠী গছ) থকা বাবেই বোধকৰো ইয়াৰ নাম স'ৰাগুৰি চাপৰি হ'ল। আজান ফকীৰৰ প্ৰতি শ্ৰদ্ধা নিবেদন কৰিবলৈ ইয়াত বহু ভক্ত আৰু পৰ্যটকৰ সমাৱেশ হয়।

# আঠখেলীয়া নামঘৰ, গোলাঘাট

গোলাঘাট নগৰৰ পৰা প্ৰায় ২০ কিলোমিটাৰ দক্ষিণ-পূবে কাকডোঙা নৈৰ পাৰত অৱস্থিত অসমৰ এটা প্ৰাচীন আৰু প্ৰসিদ্ধ নামঘৰ আঠখেলীয়া নামঘৰ। ঐতিহ্যমণ্ডিত এই নামঘৰ কেতিয়া, কেনেকৈ নিৰ্মাণ হৈছিল তাৰ কোনো সঠিক তথ্য পোৱা নাযায়। জনশ্ৰুতি অনুসৰি পূৰ্বতে এই নামঘৰ থকা ঠাইতে এজন অজ্ঞাত কুলশীল সাধুৰ আশ্ৰম আছিল। সেই সময়ত জনবসতি আছিল নিচেই সেৰেঙা, বাট-পথো আছিল দুৰ্গম। অটব্য অৰণ্য আৰু হিংস্ৰ জীৱ-জন্তুৰে পৰিপূৰ্ণ এই স্থানতে সাধুগৰাকীয়ে আশ্ৰম পাতি বাস কৰিছিল। সেয়া আছিল সপ্তদশ শতিকাৰ শেষভাগৰ কথা। সেই সময়ত আহোম সাম্ৰাজ্যত চলিছিল ঘোৰ সংকট। ক্ষমতালোভী আৰু স্বাৰ্থপৰ ৰাজবিষয়া লালুকসোলা বৰফুকনৰ প্ৰৰোচনাত ল'ৰা ৰজাই ৰাজ সিংহাসন নিষ্কণ্টক কৰিবলৈ ৰজা হ'ব পৰা সকলো ফৈদৰ আহোম ৰাজকোঁৱৰৰে হয় অংগক্ষত, নহয় বধ কৰি সন্ত্ৰাস চলাইছিল। লালুকসোলাৰ এই সন্ত্ৰাসৰ পৰা সাৰিবলৈ তুংখুঙীয়া ফৈদৰ ৰাজকোঁৱৰ গদাপাণিয়ে ছদ্মবেশ ধাৰণ কৰি পলায়ন কৰে। বিভিন্ন ঠাইত ঘূৰি-পকি গদাপাণি আহি এই দুৰ্গম স্থান পায়হি। জনশ্ৰুতি অনুসৰি গদাপাণিক বিচাৰি ল'ৰা ৰজাৰ চাউদাঙো হেনো এইখিনি পাইছিলহি। কিন্তু চাৰিওফালে গভীৰ অৰণ্য আৰু আশ্ৰমলৈ সোমোৱা বাটত ডাঠ মকৰাজাল দেখি তাত কোনো নাথাকে বুলি চাউদাংবোৰ উভতি যায়। আশ্ৰমৰ সাধুৰ সান্নিধ্যৰ বাবেহে এক নিশ্চিত বিপদৰ পৰা ৰক্ষা পৰিল বুলি গদাপাণিৰ বিশ্বাস হয় আৰু সাধুক প্ৰণিপাত কৰি সেই ঠাই ত্যাগ কৰে।

ইয়াৰ পাছত ১৬৮১ চনত গদাপাণি আহোম ৰাজপাটত উঠে। সিংহাসনত উঠাৰ পাছত গদাপাণি পুনৰ এই আশ্ৰমলৈ আহে যদিও সেই সাধুগৰাকীৰ কোনো সন্ধেদ নাপাই আঠটা নিৰ্বাচিত পৰিয়ালক তেওঁ আশ্ৰমখনৰ ৰক্ষণাবেক্ষণ আৰু প্ৰতিপালনৰ দায়িত্ব দিয়ে। কালক্ৰমত এই আঠটা পৰিয়ালৰ বংশ বৃদ্ধি হৈ একো



একোটা কুৰিত (চুবুৰি) পৰিণত হয়। এই আঠটা কুৰিৰ সমষ্টিয়েই আঠকুৰিয়া আৰু পাছলৈ আঠখেলীয়া হয়গৈ। আঠকুৰিয়াৰ দিনত আঠখেলীয়া এটা সাধাৰণ সৰু মন্দিৰহে আছিল। দেশে স্বাধীনতা লাভ কৰাৰ পাছত ১৯৫৬ চনত আঠখেলীয়া হৰি মন্দিৰ পৰিচালনা সমিতি গঠন কৰা হয় আৰু সেই বছৰেই হৰি মন্দিৰৰ স্থায়ী ঘৰ নিৰ্মিত হয়। ঊনবিংশ শতিকাৰ সপ্তম দশকৰ পৰা এই হৰি মন্দিৰে আঠখেলীয়া নামঘৰৰূপে প্ৰসিদ্ধি লাভ কৰে আৰু ক্ৰমে ই অসমৰ লগতে সমগ্ৰ উত্তৰ-পূব ভাৰতৰ পৱিত্ৰ তীৰ্থৰ ৰূপ পৰিগ্ৰহ কৰে।

বৰ্তমান আঠ বিঘা মাটিকালিৰ (কোনো কোনোৰ মতে আঠ বিঘা মাটিৰ চৌহদৰ বাবেই এই নামঘৰৰ নাম আঠখেলীয়া হ'ল) আঠখেলীয়া নামঘৰৰ চৌহদত নামঘৰৰ উপৰি এটা সভাগৃহ, কাৰ্যালয়, পুথিভঁৰাল, অতিথিশালা আৰু এটা পুখুৰী আছে। নামঘৰটোত নিতৌ চাৰি প্ৰসংগৰ (প্ৰাতঃ প্ৰসংগ, মধ্যাহ্ন প্ৰসংগ, বিয়লি প্ৰসংগ আৰু সন্ধ্যা প্ৰসংগ) নাম-কীৰ্তন-প্ৰাৰ্থনা চলি আহিছে। সেইদৰে প্ৰতি বছৰে ভাদ মাহত চৈধ্য প্ৰসংগৰ আৰ্হিৰে পালনাম মহোৎসৱৰ আয়োজন কৰা হয়। নিতৌ ভালেসংখ্যক তীৰ্থযাত্ৰীৰ সমাগম হোৱা আঠখেলীয়া নামঘৰ বৰ্তমান অসমৰ পৱিত্ৰ তীৰ্থ তথা অন্যতম পৰ্যটকৰ আকৰ্ষণৰ স্থল।

# আমবাৰীৰ খননৰ ভাস্কৰ্য আৰু শিলালিপি

১৯৭০-৭১ চনত গুৱাহাটী বিশ্ববিদ্যালয়ৰ পুৰাতত্ত্ব বিভাগৰ উদ্যোগত অধ্যাপক এম চি গোস্বামীৰ নেতৃত্বত গুৱাহাটীৰ আমবাৰীত এক খনন কাৰ্য আৰম্ভ হয়। এই খনন কাৰ্যৰ ফলত তিনিশৰো অধিক ভাস্কৰ্য উদ্ধাৰ হৈছে। আমবাৰীৰ খননত এই কথা প্ৰতীয়মান হৈছে যে প্ৰাচীন প্ৰাগজ্যোতিষত সম্ভৱতঃ সপ্তম শতিকামানত এক সুন্দৰ আৰ্য সভ্যতা গঢ়ি উঠিছিল। কোনো কোনো ক্ষেত্ৰত আমবাৰীৰ খননে পোহৰলৈ অনা সভ্যতা ভাস্কৰ বৰ্মনৰ ৰাজত্বকালৰ আগৰ বুলিও অনুমান কৰিব পাৰি। আমবাৰীত উদ্ধাৰ হোৱা মূৰ্তিবোৰৰ ভিতৰত এটা বৃহৎ আকাৰৰ নটৰাজ মূৰ্তিও আছে। অৱশ্যে এই মূৰ্তিটো ত্ৰয়োদশ-চতুৰ্দশ শতিকাৰ বুলিহে অনুমান কৰা হৈছে। সৰু সৰু মূৰ্তিবোৰৰ ভিতৰত বিষ্ণুৰ মূৰ্তি, সূৰ্যৰ মূৰ্তি, গংগা আৰু যমুনাৰ মূৰ্তি, হৰ-গৌৰী, ঋষি-মুনিৰ মূৰ্তি আদিয়েই প্ৰধান। এই মূৰ্তিবোৰ দশম শতিকাৰ বুলি অনুমান কৰা হৈছে। সম্ভৱতঃ ভাস্কৰ বৰ্মন বা আন কোনো প্ৰতাপী ৰজাৰ আমোলত চীন-ভাৰত আৰু ৰোম-ভাৰতৰ বাণিজ্যিক আদান-প্ৰদান হৈছিল। আমবাৰীত সম্ভৱতঃ এই মূৰ্তিবোৰ নিৰ্মাণ কৰা হৈছিল বা কোনো বেলেগ ঠাইত নিৰ্মাণ কৰি নাৱেৰে ইয়ালৈ অনা হৈছিল।

বিভিন্ন ব্যক্তি আৰু অনুষ্ঠান-প্ৰতিষ্ঠানৰ বেদখলত এই খনন কাৰ্যত বাধা আহি পৰে আৰু শেষত ইয়াক বন্ধ কৰি দিয়া হয়। উৎস ঃ 'ব্ৰহ্মপুত্ৰ সভ্যতা', **শিৱ শৰ্মা**

আমবাৰী খননত এজন শ্ৰমিকে এচটা শিলৰ খোদিত এখন শিলালিপি পাইছিল। আমবাৰী শিলালিপি নামে পৰিচিত এই শিলালিপি বৰ্তমান অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হৈ আছে। অসমীয়া লিপিৰ বিৱৰ্তিত ইতিহাস নিৰূপণৰ ক্ষেত্ৰত এই লিপিখনে ভালেখিনি সমল আগবঢ়াইছে।

আমবাৰী শিলালিপিখনৰ বিষয়ে পোনপ্ৰথমে বুৰঞ্জীবিদ প্ৰতাপ চন্দ্ৰ



চৌধুৰীয়ে অসম সাহিত্য সভা পত্ৰিকাৰ ২৮ বৰ্ষৰ প্ৰথম সংখ্যাত পাঠোদ্ধাৰ কৰি এটি প্ৰবন্ধ লিখাৰ উপৰি পাছলৈ 'জাৰ্নেল অব্ ইণ্ডিয়ান হিষ্টৰী'ত ইংৰাজীত এটি প্ৰবন্ধ প্ৰকাশ কৰে আৰু আন ভালেকেইটা ইংৰাজী তথা অসমীয়াত প্ৰবন্ধ প্ৰকাশ কৰে। লিপিতাত্ত্বিকসকলৰ মতে এই ফলিখনৰ আখৰসমূহত উত্তৰ ভাৰতীয় ব্ৰাহ্মী, দেৱনাগৰী আৰু পুৰণি অসমীয়া আখৰৰ সংগম সাধিত হৈছে। এই ফলিখনত মুঠ ৬ শাৰী লেখা আছে। বিভিন্ন লিপিতাত্ত্বিকে লিপিখনিৰ অন্তৰংগ প্ৰমাণৰ ভিত্তিত সিদ্ধান্ত কৰিছে যে শিলালিপিখনি ১১৫৪ শক, অৰ্থাৎ, ১২৩২ চনৰ।

আমবাৰী খননৰ ভাস্কৰ্য আৰু শিলালিপি অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

# উগ্ৰতাৰা দেৱালয়, গুৱাহাটী

গুৱাহাটীৰ আমবাৰী-উজান বজাৰৰ যোৰপুখুৰীৰ পাৰত অৱস্থিত শক্তি পূজাৰ এক জাগ্ৰত দেৱীপীঠ উগ্ৰতাৰা দেৱালয়। ইয়াত এটি আহোম যুগৰ মন্দিৰ আছে। এই ঠাইত সতীৰ নাভিমণ্ডল পৰিছিল বুলি জনশ্ৰুতি প্ৰচলিত। মন্দিৰৰ পাৰত দুটা পুখুৰী আছে। ইহঁতক যোৰপুখুৰী নামে জনা যায়। এই পুখুৰীৰ পাৰৰ এখন শিলালিপিত লিখা আছে যে স্বৰ্গদেউ শিৱ সিংহৰ ৰাণী ফুলেশ্বৰী কুঁৱৰীয়ে এই পুখুৰী পুনৰ খন্দোৱাইছিল। শিলালিপিৰ সময় ১৬৬০ শক (১৭৩৮ চন)। কুমুদেশ্বৰ হাজৰিকাই উল্লেখ কৰিছে যে ৰাণী ফুলেশ্বৰী কুঁৱৰীৰ কথামতেই ১৭২০ চনত স্বৰ্গদেউ শিৱ সিংহই এই মন্দিৰ নিৰ্মাণ কৰোৱাইছিল। উগ্ৰতাৰা মন্দিৰৰ পূব ফালৰ পুখুৰীটোৰ নাম এসময়ত উগ্ৰতাৰা পুখুৰী আছিল। পাছত মাজেদি পথ নিৰ্মাণ কৰি পুখুৰীটো যুৰীয়া কৰাৰ পৰা ইয়াৰ নাম হ'ল যোৰপুখুৰী।

অতি জাগ্ৰত পীঠ বুলি জনমানসত পূজিতা এই উগ্ৰতাৰাতে মহৰ্ষি বশিষ্ঠই উগ্ৰ সাধনাৰে সিদ্ধি লাভ কৰিছিল বুলি জনা যায়। উগ্ৰতাৰা দেৱালয়ৰ ভিতৰৰ এক জলপূৰ্ণ কুণ্ডত দেৱী উগ্ৰতাৰাৰ পূজা কৰা হয়। জনশ্ৰুতি অনুসৰি এই কুণ্ডই দেৱীৰ নাভিমণ্ডল। ইয়াত দৈনিক শিৱ আৰু উগ্ৰতাৰা দেৱীৰ পূজা কৰা হয়। বলি-বিধানৰ প্ৰচলন থকা এই দেৱালয়ত অতীতৰে পৰা বছৰি দুৰ্গা পূজা, লক্ষ্মী পূজা, কালী পূজা, মনসা পূজা, শিৱ পূজা, বাসন্তী পূজা আদিও নিয়মিতভাৱে চলি আহিছে।



# উমানন্দ দেৱালয়, গুৱাহাটী

পৃথিৱীৰ ক্ষুদ্ৰতম নদীদ্বীপ উমানন্দ। গুৱাহাটীৰ কাছাৰী ঘাটৰ উত্তৰে ব্ৰহ্মপুত্ৰৰ মাজত এই নদীদ্বীপ অৱস্থিত। প্ৰাচীন গ্ৰন্থসমূহত এই দ্বীপ ভস্মাচল, ভস্মকূট, ভস্মগৈল আদি বিভিন্ন নামেৰে উল্লেখ আছে। কিংবদন্তি অনুসৰি উমাক আনন্দ দিবৰ কাৰণে মহাদেৱ এই স্থানত চিৰবিদ্যমান, সেয়ে ইয়াৰ নাম উমানন্দ। কোনো কোনোৱে উমানাথ বুলিও কয়। আন এক কিংবদন্তি অনুসৰি মহাদেৱে হেনো তেওঁৰ তৃতীয় নয়নৰ পৰা ওলোৱা বহ্নিৰে কামদেৱক ইয়াতে ভস্ম কৰিছিল; সেয়ে এই দ্বীপক ভস্মাচল বা ভস্মগৈল বুলি কোৱা হয়। ভস্মাচলৰ আন এটা নাম ভস্মকূট। ইংৰাজীত এই দ্বীপৰ নাম Peacock Island, অৰ্থাৎ, ময়ূৰ দ্বীপ। দ্বীপটো হেনো দেখিবলৈ ম'ৰা চৰাইৰ দৰে। সেয়ে ইংৰাজসকলে ইয়াক Peacock Island বুলি নামকৰণ কৰিছিল। এই দ্বীপতে এটা শিৱ মন্দিৰ আছে। আহোম স্বৰ্গদেউ গদাধৰ সিংহৰ নিৰ্দেশমতে ১৬৯৪ চনত গড়গঞা সন্দিকৈ বৰফুকনে নিৰ্মাণ কৰোৱাইছিল। ইয়েই আজিকালি প্ৰসিদ্ধ উমানন্দ দেৱালয় বা উমানন্দ দৌল নামেৰে জনাজাত। মন্দিৰৰ মাটিকালি ১৩ বিঘা ৩ কঠা।

উল্লেখযোগ্য, উমানন্দ দেৱালয় স্বৰ্গদেউ গদাধৰ সিংহই নামনি অসমত নিৰ্মাণ কৰোৱা একমাত্ৰ দেৱালয়।

শিৱৰাত্ৰিৰ দিনা এই দেৱালয়ত ডাঙৰ উৎসৱ হয়, বহু তীৰ্থযাত্ৰীৰ সমাগম ঘটে।

উমানন্দ মন্দিৰৰ লগত দ্বীপটোত আৰু দুটা মন্দিৰ আছে; এটা চন্দ্ৰশেখৰ আৰু আনটো হৰ-গৌৰী মন্দিৰ। চন্দ্ৰশেখৰ মন্দিৰটো ১৮২০ চনত আহোম ৰজা চন্দ্ৰকান্ত সিংহই নিৰ্মাণ কৰিছিল। হৰ-গৌৰী মন্দিৰটো কমলেশ্বৰ সিংহই নিৰ্মাণ কৰোৱাইছিল। চন্দ্ৰশেখৰ মন্দিৰটো নিৰ্মাণ আৰু উমানন্দৰ নিত্য পূজাৰ বাবে স্বৰ্গদেউ লক্ষ্মী সিংহই মাটি আৰু পাইক দান কৰিছিল।

দ্বীপটোৰ কাষতে কৰ্মনাশা আৰু উৰ্বশী নামৰ দুটা সৰু দ্বীপ আছে। শিলাময় এই দ্বীপ দুটা নানান প্ৰত্নতাত্ত্বিক নিদৰ্শনেৰে সমৃদ্ধ।

উমানন্দ দেৱালয় অসমৰ ৰাজ্যিক সংৰক্ষিত স্থানৰ অন্তৰ্গত।

# উলুবাৰী মাজাৰ, গুৱাহাটী

এজন মহান সিদ্ধ পুৰুষ জাহিৰ আউলীয়া খাৱাজাগান চিস্তিৰ দৰগাহ উলুবাৰীৰ মাজাৰ। গুৱাহাটীৰ উলুবাৰী চাৰিআলিৰ পৰা এক কিলোমিটাৰমান আঁতৰত এই দৰগাহ অৱস্থিত। জাতি, বৰ্ণ নিৰ্বিশেষে হিন্দু-মুছলমান সকলোৱে ইয়াত মনৰ আশা পূৰণ হ'বলৈ আৰু মনৰ শান্তি লাভ কৰিবলৈ সৰ্বশক্তিমানজনলৈ প্ৰাৰ্থনা জনায়। এই দৰগাহলৈ প্ৰাৰ্থনা জনাবলৈ অহা ভক্তপ্ৰাণ ৰাইজৰ মাজত ই 'উলুবাৰী মাজাৰ' নামেৰে জনাজাত।

এই দৰগাহত একেৰাহে সাতদিন মম, ধূপ জ্বলাই প্ৰাৰ্থনা কৰিলে আল্লাৰ কৃপাত ভক্তৰ মনোবাঞ্ছা পূৰণ হয় বুলি বিশ্বাস কৰা হয়। এনেদৰে বহুজনে সুফলো লাভ কৰাত দৰগাহৰ চাৰিওফালে পকীবেৰ আদিৰে সুদৃশ্য প্ৰাৰ্থনা গৃহ নিৰ্মাণ হৈছে।

এই দৰগাহটো সম্বন্ধে এটা কিংবদন্তি আছে। ১৯৬০ চন মানত জিন্নত শ্বাহ নামৰ এজন সন্তই বাগদাদৰ আব্দুলা কাদিৰ জিলানীৰ দৰগাহ দৰ্শনৰ সপোন পূৰণৰ অৰ্থে আজমীৰৰ খাজা মইনুদ্দিন চিস্তিৰ দৰগাহত প্ৰাৰ্থনা কৰি আছিল। প্ৰায় চল্লিশ দিন প্ৰাৰ্থনা কৰিও একো ফল নোপোৱাত তেওঁ প্ৰথমে কাশ্মীৰ আৰু পাছত পাকিস্তানলৈ গৈ কেইবাটাও মচজিদ, দৰগাহত প্ৰাৰ্থনা কৰে। ইফালে পাকিস্তানত ভাৰতৰ গুপ্তচৰ বুলি সন্দেহ কৰাত তেওঁ পুনৰ আজমীৰলৈ ঘূৰি আহে।

আজমীৰৰ মইনুদ্দিন চিস্তিৰ দৰগাহতে প্ৰাৰ্থনা কৰি থাকোঁতে এদিন সপোনত মইনুদ্দিন চিস্তিয়ে জিন্নত শ্বাহক জনায় যে তেওঁ ইতিমধ্যে বাগদাদলৈ যোৱাৰ পুণ্য অৰ্জন কৰিছে। সপোনতে তেওঁ আৰু নিৰ্দেশ দিয়ে যে উত্তৰ-পূৰ্বাঞ্চলৰ অসমৰ ভৰলু নামৰ নদীখনৰ পাৰত এজন মহান সিদ্ধ পুৰুষ হজৰত জাহিৰ আউলীয়া খাৱাজগান চিস্তিৰ কবৰ আছে। তালৈ তেওঁ যাব লাগে। সপোনতে জিন্নত শ্বাহে কবৰটো দেখাও পায়। স্বপ্নাদেশ মৰ্মে ইয়াৰ পাছত জিন্নত শ্বাহ অসমলৈ আহে আৰু ভৰলুৰ পাৰে পাৰে কবৰ বিচাৰি চলাথ কৰে; কিন্তু প্ৰথমে ব্যৰ্থ হয়। পাছত এদিন বৰ্তমানৰ দৰগাহ থকা ঠাইতে এজন সুদৰ্শন পুৰুষে আহি জিন্নত শ্বাহক দৰগাহটো দেখুৱাই অন্তৰ্ধান হয়। চাৰিওফালে হাবি-বননিৰে পৰিপূৰ্ণ দৰগাহটো দেখি জিন্নত শ্বাহৰ মন আনন্দেৰে ভৰি পৰে। তেওঁ প্ৰবল উৎসাহেৰে সেই ঠাই চাফ-চিকুণ কৰি প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। সেই অঞ্চলৰ মাটি অসম ৰাজ্যিক বিদ্যুৎ পৰিষদৰ হোৱাত আৰু অচিনাকি মানুহ দেখি প্ৰথমে জিন্নত শ্বাহ বহু বাধাৰ সন্মুখীন হৈছিল। পাছলৈ অৱশ্যে মানুহে সেই ঠাইৰ মাহাত্ম্য বুজিবলৈ সক্ষম হয়। হজৰত জাহিৰ আউলীয়া খাৱাজগান চিস্তিৰ বিষয়ে বিশেষ একো জনা নাযায়।

প্ৰতিবছৰে ইয়াত উৰুচ মোবাৰক (কোনো ধৰ্মগুৰুৰ কবৰ বা মাজাৰত গুৰুজনাৰ মৃত্যু দিৱসত কৰা সমূহীয়া ধৰ্মীয় সভা আৰু জলচা বা সংগীত সন্মিলন) পতা হয়। সেইদিনা ভক্তসকলে কবৰৰ ওপৰত মখমলৰ নতুন চাদৰ দিয়ে। সমূহীয়া প্ৰাৰ্থনাৰ অন্তত মিঠাই বিতৰণ কৰা হয়।

# কমলাবাৰী সত্ৰ, মাজুলী

মাজুলীৰ এখন প্ৰখ্যাত সত্ৰ কমলাবাৰী। মাধৱদেৱৰ কোচ বিহাৰত থকা সময়ত গুৰু দীক্ষা গ্ৰহণ কৰাৰ পাছত মহাপুৰুষজনাৰ অনুপস্থিতিত উজনিত ধৰ্মপ্ৰচাৰৰ বাব পোৱা পদ্ম বা বদুলা আতাই ১৫৯৫ শকৰ (১৬৭৩ চন) আঘোণ মাহৰ শুক্লা একাদশী তিথিৰ দিনা টুনী নৈৰ পাৰৰ টেঙানিবাৰীত কমলাবাৰী সত্ৰ প্ৰতিষ্ঠা কৰে। পদ্ম আতাৰ দশনামৰ এটা কমলাকান্তৰ পৰা সত্ৰখনৰ নাম কমলাবাৰী হয়। কমলাবাৰী, অৰ্থাৎ, পদ্ম আতাৰ গৃহ বা বাৰী। পুৰুষোত্তম বৰুৱা প্ৰদত্ত কঠীয়াতলীত পতা এই সত্ৰখন পৰৱৰ্তী সময়ত উত্তৰ কমলাবাৰী সত্ৰ, নতুন কমলাবাৰী সত্ৰ, সাৰজান ন-সত্ৰ, মধ্য মাজুলী কমলাবাৰী সত্ৰ আদি ভাগত ভাগ হয়। পুৰণি কমলাবাৰী সত্ৰ ব্ৰহ্মপুত্ৰৰ খহনীয়াত জাহ যোৱাত তিতাবৰৰ মহিমাবাৰী অঞ্চললৈ স্থানান্তৰিত হয়।

১৮৩৭ চনত প্ৰতিষ্ঠিত উত্তৰ কমলাবাৰী সত্ৰ কমলাবাৰী মৌজাৰ বিষ্ণুপুৰ অঞ্চলৰ সমীপত টুনী নৈৰ পাৰত অৱস্থিত। উত্তৰ কমলাবাৰী সত্ৰৰ প্ৰাচীন সম্পদসমূহ হ'ল ঃ লক্ষ্মীনাথ, মদনমোহন আৰু বৃন্দাবনচন্দ্ৰৰ বিগ্ৰহ, শংকৰদেৱৰ তামোল খোৱা সঁফুৰা, মাধৱদেৱৰ জপমালা, বদুলা আতাৰ সাগৰজুলী (তিলক ধাৰণৰ সামগ্ৰী), গঁড়ৰ খৰ্গৰ কোষা-অৰ্ঘা, শংকৰ-মাধৱৰ কেশ, পদধূলা, ৰূপৰ ভৃংগাৰ (ভোগজৰা), পুৰন্দৰ সিংহই পঠিওৱা ৰাজপত্ৰ আদি। তদুপৰি বৰ্তমান ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষিত হেঙুল-হাইতালখচিত কাঠৰ খেলনাও, ম'ৰা চৰাইৰ চিত্ৰ খোদিত উৰাল, গাখীৰ খিৰোৱা কঁৰীয়া আদি কাঠৰ সামগ্ৰী সত্ৰখনৰ আপুৰুগীয়া সম্পদ।

১৮৫৬ শকত (১৯৩৪ চন) সেই সময়ৰ কমলাবাৰী সত্ৰৰ সত্ৰাধিকাৰ চন্দ্ৰহাস দেৱৰ লগত ভকতৰ কিবা কথাত মনোমালিন্য হয়। ফলত মুঠ ২০০ ভকতৰ ছকুৰি, অৰ্থাৎ, ১২০জন ভকত সত্ৰৰ পৰা ওলাই গৈ বেলেগে টুনী নৈৰ পাৰত ন-কৈ এখন সত্ৰ পাতেগৈ। ১৯৩৬ চনত প্ৰতিষ্ঠা হোৱা এই নতুন কমলাবাৰী সত্ৰৰ প্ৰথম অধিকাৰ হ'ল ঘনকান্ত দেৱ। সত্ৰখনত শংকৰদেৱৰ জীৱন কালত সংৰক্ষিত ধূলা, জপমালা, পুথিৰ লগতে পদ্ম আতাৰ জপমালা, বস্ত্ৰ আদি আপুৰুগীয়া সম্পদ ৰক্ষিত হৈ আছে। সত্ৰখনত থকা প্ৰায় ২০০ খন সাঁচিপাতৰ পুথিৰ ভিতৰত 'কীৰ্ত্তন', 'দশম', 'গুৰুচৰিত' আদিয়েই প্ৰধান। তদুপৰি তুলাপতীয়া সচিত্ৰ 'ভক্তি ৰত্নাৱলী' পুথিখন এই সত্ৰৰ আন এক উল্লেখযোগ্য সম্পদ।



সত্ৰীয়া সংস্কৃতিৰ প্ৰণালীবদ্ধ সংৰক্ষণ, সংবৰ্ধন তথা অনুশীলনৰ জৰিয়তে ইয়াৰ প্ৰচাৰৰ ক্ষেত্ৰত কমলাবাৰী সত্ৰৰ বিশেষ অৱদান আছে। সত্ৰীয়া নৃত্যক শাস্ত্ৰীয় নৃত্যৰ স্বীকৃতি প্ৰদানৰ বেলিকাও এই সত্ৰৰ সত্ৰাধিকাৰ প্ৰমুখ্যে ভকতসকলৰ বৰঙনি উল্লেখযোগ্য। সত্ৰীয়া কলা-সংস্কৃতিৰ নিৰন্তৰ সাধনা আৰু প্ৰচাৰ তথা প্ৰসাৰৰ স্বীকৃতিস্বৰূপে এই সত্ৰৰ কেবাজনো বিশিষ্ট বৈষ্ণৱে লাভ কৰিছে সংগীত-নাটক একাডেমী বঁটাৰ দৰে উচ্চখাপৰ বঁটা-সন্মান।

কমলাবাৰী সত্ৰৰ ভাওনাৰ বিশেষ প্ৰসিদ্ধি আছে। এই ভাওনা ইতিমধ্যে ইণ্ডোনেছিয়াতো প্ৰদৰ্শিত হৈছে।

সৌজন্য ঃ সমীৰণ গোস্বামী, গুৱাহাটী

# কাকগোসাঁনী থান, বচাগাঁও, কঁহৰা

কঁহৰা-কাজিৰঙাৰ বচাগাঁও অঞ্চলত আছে ঐতিহ্যমণ্ডিত কাকগোসাঁনীৰ থান। থানখন কেঁচাইখাতী থান নামেৰেও স্থানীয়ভাৱে পৰিচিত। ঐতিহাসিক কালৰে পৰা অসমত দেৱী শক্তিৰ পূজা-অৰ্চনা চলি আহিছে। এনে এক শক্তিৰূপী দেৱীৰ থান হ'ল কেঁচাইখাতী থান। এনে ধৰ্ম উপাসনাৰ মূল লক্ষ্য হ'ল বলি-বিধান কৰি মন্ত্ৰৰ দ্বাৰা গোসাঁনীক আহ্বান কৰা বা জীৱন্ত মানুহৰ শৰীৰত দেও সৃষ্টি কৰি বলিৰ কেঁচা তেজ গোঁসানীক পান কৰোৱাই ভক্তৰ মনোবাঞ্ছা পূৰণ কৰা। কেঁচা তেজক প্ৰসাদ হিচাপে আগবঢ়োৱাৰ বাবেই এই থানখনৰ নাম কেঁচাইখাতী থান হোৱা বুলি জনপ্ৰবাদ আছে। এই কেঁচাইখাতী গোসাঁনী থানৰ মজিয়াত আজিও তেনে নীতি-নিয়মেৰে পূজা-অৰ্চনা চলি আহিছে। দুৰ্গা পূজাৰ সপ্তমীৰ পৰা নৱমীলৈকে ইয়াত ম'হ, ছাগলী, হাঁহ আদি বলি দিয়া হয়। বলি দিয়া মানুহজনে ঢোলৰ চেৰে চেৰে বলি কাৰ্য চলাই থাকোঁতে দেও উঠে। গাত দেও উঠা মুহূৰ্তত লোকজনে ভূত-ভৱিষ্যতৰ কথা ক'ব পাৰে বুলি লোক বিশ্বাস আছে। আহোম যুগৰে পৰাই অগ্নি পুৰাণৰ তন্ত্ৰ-মন্ত্ৰ শব্দ শক্তিৰ জৰিয়তে আজিও এই থানত বলি-বিধান ব্যৱস্থাৰে প্ৰাচীন পৰম্পৰাক ধৰি ৰখাৰ প্ৰচেষ্টা চলি আছে। এই থানত বাসন্তী পূজাৰ সময়ত দেশী-বিদেশী পৰ্যটকেও পূজা-অৰ্চনাৰ বাবে ভোগ আগবঢ়াই ম ়.সিদ্ধিৰ কামনা কৰে। ভক্তপ্ৰাণ ৰাইজৰ মুখে মুখে আজিও গোসাঁনীৰ মাহাত্ম্যৰ বিষয়ে শুনিবলৈ পোৱা যায়।

থানখনৰ নাম কাক গোসাঁনীৰ থান কেনেকৈ হ'ল সেই সম্পৰ্কেও ভালেমান জনশ্ৰুতি প্ৰচলিত। এটা জনশ্ৰুতি অনুসৰি লালুকসোলা বৰফুকনৰ সন্ত্ৰাসৰ পৰা হাত সাৰিবলৈ তুংখুঙীয়া ফৈদৰ ৰাজকোঁৱৰ গদাপাণিয়ে এই অঞ্চলতে মানুহ এঘৰত কেইদিনমান আত্মগোপন কৰি আছিল। আত্মগোপনৰ কালছোৱাত গদাপাণিয়ে এভাগ চতুৰ্ভুজ গোসাঁনী মূৰ্তি কাকবাঁহৰ চুঙাত ভৰাই লগত পিন্ধি ফুৰিছিল। এদিনাখন হৰহৰি নৈ কাষৰ এজোপা ঔটেঙাৰ তলত জিৰণি লৈ থাকোঁতে হঠাত ৰজাঘৰীয়া চৰ অহাৰ উমান পাই তেওঁ মূৰ্তিভাগ নৈত পেলাই কাকো



একো নজনোৱাকৈ ততালিকে তাৰ পৰা পলায়ন কৰে। গদাপাণিৰ এনে আকস্মিক আচৰণত স্থানীয় ৰাইজে ভয় খাই পাছত দেৱী মূৰ্তিভাগ আনি আদৰ-সাদৰ কৰি নিৰ্দিষ্ট স্থানত স্থাপন কৰে বুলি জনা যায়। গদাপাণি ৰজা হোৱাত দেৱীয়ে তেওঁক সপোনত দেখা দি সোণৰ মূৰ্তি বিচাৰে বুলি প্ৰবাদ আছে। সপোনৰ মতে স্বৰ্গদেউ গদাধৰ সিংহই সোণৰ মূৰ্তি গঢ়াই সেই স্থানত অৰ্পণ কৰে। বৰ্তমানো শিলৰ মূৰ্তিজনাৰ লগতে সোণৰ প্ৰতিমা এই থানত আছে। কাকবাঁহৰ চুঙাত থকাৰ বাবেই এই থানক কাকগোসাঁনী থান বুলি জনা যায়।

অৱশ্যে এই থানৰ সন্দৰ্ভত ব্যক্তিভেদে কাহিনীও বেলেগ বেলেগ। যি কি নহওঁক সেই সময়ৰ পৰা এই থানখনিয়ে দুয়োটা অৰ্থ বহন কৰি কেঁচাইখাতী-কাকগোসাঁনী থান নামেৰে পৰিচিত হৈ আহিছে। এই থানৰ মাহাত্ম্য সম্বন্ধে বহু অলৌকিক ঘটনা আৰু কাহিনী ভক্তপ্ৰাণ ৰাইজৰ মুখত শুনিবলৈ পোৱা যায়। দুৰ্গা পূজা আৰু বাসন্তী উৎসৱৰ সময়ত এই থানত সহস্ৰাধিক ৰাইজৰ সমাগম ঘটে।

বোকাখাত চহৰৰ মাজমজিয়াতো এখন সমসাময়িক কাকগোসাঁনী থান আছে। এই থানত শাৰদীয় দুৰ্গা পূজা আৰু বাসন্তী পূজা উলহ-মালহেৰে পালন কৰা হয়।

---

সৌজন্য ঃ অপূৰ্ব বল্লভ গোস্বামী, গোলাঘাট

# কানাই বৰশী বোৱা শিল আৰু শিলালিপি

উত্তৰ গুৱাহাটীৰ মণিকৰ্ণেশ্বৰ পাহাৰৰ সমীপত আছে কানাই বৰশী বোৱা শিল। জনশ্ৰুতি অনুসৰি এই শিলতে বহি শ্ৰীকৃষ্ণই বৰশী বাইছিল। শ্ৰীকৃষ্ণৰ আন এটা নাম কানাই। ইয়াৰে পৰাই শিলচটা তথা সংলগ্ন ঘাটটো কানাই বৰশী বোৱা শিল বা কানাই বৰশী বোৱা ঘাট নামে জনাজাত হ'ল।

অসমীয়া লিপিৰ ইতিহাসত কানাই বৰশী বোৱা শিলৰ বিশেষ গুৰুত্ব আছে। এই শিলৰ কাষতে ১৯১৮ চনত এক শিলালিপি উদ্ধাৰ হয়। বিভিন্ন লিপিতাত্ত্বিকে এই শিলালিপিৰ সময় ত্ৰয়োদশ শতিকা বুলি ঠাৱৰ কৰিছে। এইখন শিলালিপিৰ ভাষা সংস্কৃত যদিও লিপি অসমীয়া। সম্পূৰ্ণ অসমীয়া আখৰত লিখা এইখনেই বৰ্তমানলৈকে উদ্ধাৰ হোৱা প্ৰথম শিলালিপি। ১৯১৯ চনত কামৰূপ অনুসন্ধান সমিতিৰ বছৰেকীয়া অধিৱেশনত তৎকালীন অসম উপত্যকাৰ কমিছনাৰ কৰ্ণেল পি আৰ টি গৰ্ডনে এই শিলালিপি সম্পৰ্কীয় এটি আলোকসন্ধানী প্ৰবন্ধ পাঠ কৰে। এই শিলালিপিত তিনিশাৰী বাক্য সংস্কৃতত লিখা আছে এনেদৰেঃ

*শাক ১১২৭*

*'শাকে তুৰগযুম্মেশে মধুমাস ত্ৰয়োদশে। কামৰূপং সমাগত্য তুৰস্কা ক্ষয়মায়য়ুঃ।।'*

অৰ্থাৎ, ১১২৭ শকৰ চ'ত মাহৰ তেৰদিন যোৱাত কামৰূপলৈ আহি তুৰস্কসকল ধ্বংসপ্ৰাপ্ত হ'ল।

কানাই বৰশী বোৱা শিল আৰু শিলালিপি অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।



# কামাখ্যা মন্দিৰ, গুৱাহাটী

গুৱাহাটী মহানগৰৰ পশ্চিমে নীলাচল পাহাৰত সমুদ্ৰপৃষ্ঠৰ পৰা ২৬০ মিটাৰ (প্ৰায় ৮৫৩ ফুট) উচ্চতাত অৱস্থিত কামাখ্যা মন্দিৰ হিন্দুসকলৰ পৱিত্ৰ তীৰ্থস্থান। কামাখ্যা শব্দটো অষ্ট্ৰিক ভাষাৰ পৰা অহা। অসমৰ প্ৰাচীন বাসিন্দা খাচিয়াসকলে (অষ্ট্ৰিক) দেৱীক কা-মেইখা বুলিছিল। কা শব্দটো নাৰীবাচক উপসৰ্গ আৰু মেইখা যি প্ৰসৱ কৰে বা বুঢ়ী আইৰ (an oldest causin mother) পৰা উৎপত্তি হৈছে। ইয়াৰ পৰাই কালক্ৰমত কামাখ্যা হ'ল।

'কালিকা পুৰাণ'ৰ মতে দেৱীয়ে গোপনে শিৱৰ সৈতে সম্ভোগ কৰিবলৈ বিচৰাত দেৱীৰ নাম কামাখ্যা হ'ল।

জনবিশ্বাস মতে দক্ষযজ্ঞত পতিনিন্দা সহিব নোৱাৰি দেহ ত্যাগ কৰা সতীৰ মৃতদেহ শিৱই কান্ধত লৈ অহাৰ পাছত বিষ্ণু চক্ৰৰে খণ্ডিত সতীৰ দেহৰ যোনি অংশ ইয়াতে পৰিছিল।

বিষ্ণু চক্ৰৰে খণ্ডিত সতীৰ দেহাংশ য'তেই পৰিছিল, সেয়াই হৈ পৰিল পুণ্য পীঠ; কামৰূপৰ কামাখ্যাত পৰিল মহাযোনি, সেয়ে কামৰূপ-কামাখ্যা এক মহাপীঠ, সৰ্বোত্তম তীৰ্থ। হিন্দুৰ ৫১ শক্তিপীঠৰ অন্যতম এই মন্দিৰ। হিন্দুসকলে এই পৱিত্ৰ পীঠত কামাখ্যা দেৱীৰ আৰাধনা কৰে। উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰধান চহৰ গুৱাহাটীৰ এই কামাখ্যা মন্দিৰত নিত্য পূজা কাৰ্য চলে (অম্বুবাচীৰ কেইদিনৰ বাহিৰে)।

কামাখ্যা মন্দিৰ কোনে নিৰ্মাণ কৰিছিল সেই সম্পৰ্কে কেইবাটাও মত প্ৰচলিত। ইয়াৰে সৰ্বপ্ৰচলিত মতটো হ'ল এই মন্দিৰ প্ৰথমতে নিৰ্মাণ কৰিছিল দৈত্যৰাজ নৰকাসুৰে।

'গোপথ ব্ৰাহ্মণ'ত উল্লেখ থকা মতে ঘোৰ তপস্যাত মগ্ন মহাদেৱৰ তপস্যা ভংগৰ অপৰাধত হিন্দুৰ প্ৰেমৰ দেৱতা কামদেৱ শাপত ভস্মীভূত হয় আৰু কামদেৱৰ পত্নী ৰতিদেৱীৰ প্ৰাৰ্থনাত কামদেৱে পুনৰ জনম (ৰূপ) লাভ কৰে। তেতিয়াৰে পৰা এই ঠাইৰ নাম কামৰূপ হয়। ইয়াৰ আগতে এই ভূখণ্ডৰ নাম আছিল ধৰ্মাৰণ্য

আৰু তাতোতকৈও পূৰ্বতে নাম আছিল প্ৰাগজ্যোতিষপুৰ। ইয়াৰ পাছত কামদেৱে মহাদেৱৰ ইচ্ছা অনুসৰি নীলাচল পাহাৰত সতীৰ দেহাখণ্ড পৰা ঠাইডোখৰতে বিশ্বকৰ্মাৰ হতুৱাই এটা মন্দিৰ নিৰ্মাণ কৰোৱায়।

'যোগিনী তন্ত্ৰ' মতে ব্ৰহ্মাৰ অহংকাৰ নাশ কৰিবলৈ দেৱী মহামায়াই নিজৰ দেহৰ পৰা কেশী নামৰ এটা অসুৰৰ সৃষ্টি কৰে। কেশীৰ অত্যাচাৰত ত্ৰাসিত হৈ ব্ৰহ্মাই নিজৰ অহংকাৰ এৰি তিনিওলোকক ৰক্ষা কৰিবলৈ দেৱী মহামায়াৰ শৰণাপন্ন হোৱাত দেৱীয়ে কেশীক ভস্ম কৰে। যিখিনি ঠাইত ব্ৰহ্মাই দেৱীৰ আৰাধনা কৰিছিল সেই ঠাইতে এটি যোনিমণ্ডল প্ৰকট হয়। এয়াই কামাখ্যা। এই যোনিমণ্ডল সকলো শক্তিৰ আধাৰ বুলি ধৰা হয়।

ইয়াৰ বহু বছৰৰ পাছত কোচ ৰজা বিশ্ব সিংহই এই মন্দিৰ আৱিষ্কাৰ কৰি তাক পুনৰ নিৰ্মাণ কৰে। এই মন্দিৰটো ১৫৬৪ চনত কালাপাহাৰৰ হাতত ধ্বংস হয়। ১৫৬৫ চনত কোচ ৰজা নৰনাৰায়ণে এই মন্দিৰ পুনঃনিৰ্মাণ কৰে। নৰনাৰায়ণে পুনঃনিৰ্মাণ কৰি থৈ যোৱা কামাখ্যা মন্দিৰক পাছত ছেগা-চোৰোকাকৈ বহুবাৰ সংস্কাৰ সাধন কৰা হৈছে।

মন্দিৰ চৌহদত আছে সাতটা কুণ্ড, ক্ৰমে সৌভাগ্য কুণ্ড (মন্দিৰৰ সমুখতে আছে সৌভাগ্যকুণ্ড), অমৃত কুণ্ড, ঋণ মোচন কুণ্ড, দুৰ্গা কুণ্ড, গয়া কুণ্ড, ভৈৰৱী কুণ্ড (কাছ পুখুৰী নামে সমধিক পৰিচিত) আৰু ন-পুখুৰী। একে স্থানতে এনেদৰে সাতটা কুণ্ড থকা শক্তিপীঠ ভাৰতত বিৰল।

কামাখ্যা মন্দিৰ কাৰুকাৰ্যময়; পুৰাতাত্ত্বিক সম্পদেৰে ভৰা। মন্দিৰৰ বেৰত খোদিত বিষ্ণুৰ বিভিন্ন অৱতাৰ, নানান দেৱ-দেৱীৰ মূৰ্তিবোৰ প্ৰাচীন অসমৰ ঐশ্বৰ্যশালী ভাস্কৰ্য কলাৰ অনুপম উদাহৰণ। কোচ ৰজাৰ পৃষ্ঠপোষকতাত নিৰ্মিত এইবোৰ ভাস্কৰ্যৰ স্বকীয় বৈশিষ্ট্য লক্ষণীয়।

ভাৰতৰ পুৰাতত্ত্ব বিভাগে কামাখ্যা মন্দিৰৰ ভালেমান স্থাপত্য-ভাস্কৰ্যক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে।

কামাখ্যা দৰ্শন, স্পৰ্শ আৰু চৰণামৃত পানৰ ফলত মোক্ষ লাভ হোৱাৰ লগতে দেৱঋণ-পিতৃঋণ-মাতৃঋণৰ পৰাও মুক্তি পোৱা যায় বুলি বিশ্বাস প্ৰচলিত। মূল কামাখ্যাত কোনো দেৱী মূৰ্তি নাই। যোনিৰ প্ৰতীক হিচাপে গুহাৰ ভিতৰত পানী নিজৰি থকা এছটা শিলত পূজা কৰা হয়। ধৰ্মীয় মনোকামনা পূৰণৰ অৰ্থে ইয়াত ম'হ, ছাগলী, পাৰ আদি বলি দিয়া প্ৰথা প্ৰচলিত। এসময়ত ইয়াত নৰবলি হৈছিল বুলিও পৌৰাণিক শাস্ত্ৰত উল্লেখ আছে। নিত্য পূজাৰ উপৰি কামাখ্যা মন্দিৰক কেন্দ্ৰ কৰি অৱস্থিত দশ মহাবিদ্যা (কালী, তাৰা, ষোড়শী, ভুৱনেশ্বৰী, ভৈৰৱী, ছিন্নমস্তা, ধূমাৱতী, বগলা, মাতংগী আৰু কমলা, — এই দহ দেৱী মহাশক্তিৰ দশমূৰ্তি) মন্দিৰত দৈনিক পূজা কৰা হয়।



নীলাচল পাহাৰ তথা ইয়াৰ আশে-পাশে কামাখ্যা মন্দিৰৰ উপৰি আন কেইবাটাও মন্দিৰ আছে। সেইকেইটা হ'ল ঃ ভুৱনেশ্বৰী মন্দিৰ, কালী মন্দিৰ, গণেশ মন্দিৰ, পাণ্ডুনাথ মন্দিৰ, বগলা মন্দিৰ, তাৰা মন্দিৰ, ছিন্নমস্তা মন্দিৰ, বনদুৰ্গা দেৱালয় আদি। একেদৰে মহাদেৱৰ পঞ্চপীঠৰূপেও কামাখ্যা বিখ্যাত। কামাখ্যাত অৱস্থিত মহাদেৱৰ এই পঞ্চপীঠ হৈছে পূবে বামদেৱ বা কামেশ্বৰ আৰু সিদ্ধেশ্বৰ; উত্তৰে কৌটিলিংগ; দক্ষিণে হেৰুক ভৈৰৱ বা অঘোৰ; পশ্চিমে অম্ৰাতকেশ্বৰ বা টোকেশ্বৰ।

কামাখ্যা মন্দিৰক কেন্দ্ৰ কৰি তাত এক নগৰাঞ্চলো গঢ় লৈ উঠিছে। যোগীসকলৰ তন্ত্ৰবিদ্যা সাধনাৰ কেন্দ্ৰ হিচাপেও কামাখ্যা প্ৰখ্যাত। কামাখ্যাত কেইবাটাও উৎসৱ পালন কৰা হয়। তাৰ ভিতৰত অম্বুবাচী মেলা আটাইতকৈ প্ৰখ্যাত।

নগাঁও জিলাৰ শিলঘাটতো এটা কামাখ্যা মন্দিৰ আছে। স্বৰ্গদেউ প্ৰমত্ত সিংহই সন্তান লাভৰ আশাত ১৭৪৫-৪৬ চনত এই মন্দিৰটো নিৰ্মাণ কৰোৱাইছিল বুলি জনা যায়। ১৭৪৬ চনৰ পৰা ইয়াত দৈনিক পূজা-পাতল অনুষ্ঠিত হৈ আহিছে। এই মন্দিৰৰ কাষেদিয়ে বৈ গৈছে ব্ৰহ্মপুত্ৰ নদী। অশোকাষ্টমীত ইয়াত বহু লোকৰ সমাগম হয়।

কামৰূপ জিলাৰ ক্ষেত্ৰীৰ ওচৰতো আছে এটা কামাখ্যা মন্দিৰ। ডিমৰীয়া ৰজাই প্ৰতিষ্ঠা কৰা এই মন্দিৰত কালী মূৰ্তিত পূজা কৰা হয়; পাৰ, ছাগলী, ম'হ আদি বলি দিয়া প্ৰথাও ইয়াত প্ৰচলিত।

# কাৰেং ঘৰ, গড়গাঁও

শিৱসাগৰ চহৰৰ পৰা ১৩ কিলোমিটাৰ পূবৰ গড়গাঁৱত অৱস্থিত আহোমৰ ৰাজপ্ৰাসাদ কাৰেং ঘৰ। ১৭৫১ চনত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই ইয়াক নিৰ্মাণ কৰোৱাইছিল। কাৰেং ঘৰটোৰ তলত দুমহলা আৰু ওপৰত পাঁচ মহলা; তলৰ মহলাৰ পৰা ৰংপুৰৰ (বৰ্তমানৰ শিৱসাগৰ) তলাতল ঘৰলৈ আহিব পৰা প্ৰায় ১৬ কিলোমিটাৰ দীঘল এটা সুৰংগ আছিল। এই সুৰংগ বৰ্তমান বন্ধ। কাৰেং ঘৰটোৰ চৌদিশে এটা বহল আলি আৰু তাৰ কাষে কাষে তাঁতীৰ গড়। গড়ৰ সন্নিকট দূৰত্বত কাষে কাষে মাউতে-হাতীয়ে তল যোৱা দ খাৱৈ। এই গড় খাৱৈটোত বাৰমাহে পানী আছিল। কাৰেং ঘৰটো দীঘলে ১২০ হাত আৰু বহলে ৩০ হাত। মিৰজুমলাই অসম আক্ৰমণ কৰিবলৈ আহোঁতে তেওঁৰ লগত অহা ৱাকনবিচজনে (অৰ্থাৎ, বৰকাকতী) লিখিছিল, 'গড়গাঁৱৰ ৰাজকাৰেঙৰ নিচিনা কটকটীয়া, ধুনীয়া আৰু নানান কাৰুকাৰ্যৰে সুশোভিত ঘৰ গোটেই পৃথিৱীত বিৰল।' ১,০০০ অসমীয়া বাঢ়ৈয়ে সম্পূৰ্ণ এবছৰত এই কাৰেং ঘৰটো সাজি উলিয়াইছিল।

আৰম্ভণিতে অৱশ্যে ইয়াত কাঠ-বাঁহৰ প্ৰকাণ্ড চাংঘৰহে আছিল। ইয়াক হোলোং বুলি কোৱা হৈছিল। মিৰজুমলাৰ লগত অসমলৈ অহা চিহাবুদ্দিন তালিছৰ মতে কাৰেং ঘৰৰ বৰ্ণনা হ'ল, 'ৰজাৰ চোলং (হোলোং) ঘৰটো দীঘে ১২০ হাত, পথালিয়ে ৩০ হাত; এই ঘৰত ৬৬টা স্তম্ভ। প্ৰত্যেকটো বিতোপন স্তম্ভৰ বেৰ বা পৰিধি ৪ হাতকৈ। ঘৰটোৰ চালবোৰ আচৰিত কৌশল খটুৱাই কাঠৰ কাৰুকাৰ্যৰে সুশোভিত কৰা।' সেই অৱস্থাৰ পৰা স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ হাতত আটকধুনীয়া ৰাজপ্ৰাসাদলৈ পৰিণত হ'ল গড়গাঁৱৰ কাৰেং ঘৰ।

ভাৰতৰ পুৰাতত্ত্ব বিভাগে গড়গাঁৱৰ কাৰেং ঘৰক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে। একেদৰে গড়গাঁৱৰ কাৰেং ঘৰ অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

*(অসমীয়াত 'কাৰেং' শব্দটোৰে যিকোনো ৰাজপ্ৰাসাদকে বুজায়। আনহাতে গড়গাঁৱত থকা এই ৰাজকাৰেংটোৰ নাম 'কাৰেং ঘৰ'। ইয়াত 'ঘৰ' শব্দটো অপ্ৰয়োজনীয় যদিও এইক্ষেত্ৰত 'ঘৰ' শব্দটো এটা বিশেষ ৰাজকাৰেঙৰ 'নাম' হিচাপে ব্যৱহাৰ কৰা হৈছে।)*



# কালী মন্দিৰ, বালিলেচা, নলবাৰী

নলবাৰী চহৰৰ পৰা প্ৰায় তিনি কিলোমিটাৰ দক্ষিণ-পূবত বালিলেচা কালী মন্দিৰ অৱস্থিত। এই মন্দিৰ স্থাপনৰ লগত একাধিক জনশ্ৰুতি প্ৰচলিত। এটা জনশ্ৰুতি অনুসৰি আহোম ৰাজত্বৰ সময়ত কালিচৰণ চৌধুৰী নামৰ এজন লোকে ব্ৰহ্মপুত্ৰত মাছ মৰাৰ সময়ত জালত উঠি আহিছিল এটি কালী মূৰ্তি। এই মূৰ্তিটোৰেই শাক্ত পণ্ডিত কৃষ্ণৰাম ভট্টাচাৰ্যৰ উপদেশ মৰ্মে বালিলেচা মন্দিৰত স্থাপন কৰা হয়। আন এক প্ৰবাদ অনুসৰি, কালিচৰণ চৌধুৰী আছিল নিঃসন্তান আৰু সন্তান কামনাৰে যজ্ঞ, পূজা-অৰ্চনা কৰি আহিছিল। সেই সময়তে শদিয়াৰ এগৰাকী ব্ৰাহ্মণ লোকে কালী গোসাঁনীৰ মূৰ্তি এটা ব্ৰহ্মপুত্ৰত দলিয়াই দিছিল, কাৰণ তেওঁৰ বোৱাৰীয়েকক কালীয়ে ভক্ষণ কৰা বুলি পতিয়ন গৈছিল। এই মূৰ্তিটোৰেই পাণ্ডু ঘাটত মাছমৰীয়াৰ জালত উদ্ধাৰ হয়। সেই সময়ৰ আহোমৰ ধৰ্মগুৰু কৃষ্ণৰাম ভট্টাচাৰ্যক দেৱীয়ে এই মূৰ্তিটো এটা মন্দিৰত স্থাপন কৰিবলৈ স্বপ্নাদেশ দিছিল। সেই মৰ্মে কৃষ্ণৰাম ভট্টাচাৰ্যই (যাক পৰ্বতীয়া গোসাঁই নামেৰে অভিহিত কৰা হৈছিল) কালিচৰণ চৌধুৰীক মূৰ্তিটো স্থাপন কৰাৰ বাবে দায়িত্ব দিয়ে। সেই বাক্য মানি বালিলেচা দেৱালয় প্ৰাংগণত এই মূৰ্তিটো স্থাপন কৰা হয়। আহোম স্বৰ্গদেউ শিৱ সিংহই মন্দিৰ স্থাপনৰ বাবে ২০০ পুৰা আৰু পুখুৰী খন্দাবলৈ ১২ পুৰা মাটি দান কৰিছিল। পৰৱৰ্তী সময়ত কোনো অজ্ঞাত কাৰণত পৰ্বতীয়া গোসাঁই দেৱালয়ৰ ৰূপিত মাটি বিক্ৰী কৰি বংগলৈ গুচি যোৱা বুলি জনশ্ৰুতি আছে।

আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত (১৭৫১-১৭৬৯) কামতত্ত্ব বিদ্যানবিচক মন্দিৰৰ মাটি আৰু নিয়মাৱলী ৰক্ষাৰ দায়িত্ব দিয়া হৈছিল। সেই মৰ্মে বালিলেচা মন্দিৰ স্থাপনৰ সময় অষ্টাদশ শতিকা বুলি ধৰা হয়। প্ৰখ্যাত বুৰঞ্জীবিদ বেণুধৰ শৰ্মাৰ মতে মন্দিৰৰ দেৱালত অংকিত ভাস্কৰ্য আৰু খোদিত বাক্যসমূহে এই মন্দিৰৰ নিৰ্মাণ আহোম স্বৰ্গদেউ শিৱ সিংহৰ দিনত সম্পন্ন হোৱাৰ কথা নিশ্চিত কৰে।

মন্দিৰৰ ভিতৰত অষ্টধাতুৰে নিৰ্মিত প্ৰায় ১৮ ইঞ্চি উচ্চতাৰ চতুৰ্ভুজ কালী

মূৰ্তি আছে। কালীৰ এই ৰূপটোক চতুৰ্ভুজাদিগম্বৰী বুলি কোৱা হয়।

মন্দিৰ প্ৰাংগণত মূল দেৱী মন্দিৰৰ সন্মুখত শিলত কটা দুটা হাতী, এটা ভোগঘৰ আৰু এটা সভাঘৰ আছে। ১৮৫৭ চনৰ বৰ ভূঁইকঁপৰ সময়ত মন্দিৰটো ধ্বংস হৈছিল। পাছত ইয়াক পুনৰ নিৰ্মাণ কৰা হয়। মন্দিৰৰ পুখুৰী আৰু সীমাৰ বেৰবোৰ নিৰ্মাণ কৰি বৰ্তমান পৰিচালনা সমিতিয়ে আকৰ্ষণীয় ৰূপ দিছে।

শাক্ত উপাসনাস্থলী হিচাপে বালিলেচা কালী মন্দিৰে এক বিশেষ ধৰ্মীয় মৰ্যাদা লাভ কৰিছে। নিত্য পূজাৰ উপৰি ইয়াত বলি-বিধানৰো পৰম্পৰা আছে। অসমৰ উপৰি ভাৰতৰ বিভিন্ন স্থানৰ পৰা নিতৌ এই মন্দিৰ দৰ্শন কৰিবলৈ অহা শতাধিক ভক্তৰ সমাগমে বালিলেচা গাঁওখনকে এক বিশেষ চিনাকি দিছে। ইয়াত কালী পূজা, শিৱ পূজা, ভঠেলী উৎসৱ আদি মহা সমাৰোহেৰে পালন কৰা হয়। এই মন্দিৰ প্ৰাংগণত কিছু বছৰৰ পৰা দুৰ্গা পূজাও পালন কৰি অহা হৈছে।

---

সৌজন্য ঃ ডঃ ৰঞ্জনা ভট্টাচাৰ্য, নলবাৰী



# কাঁচাকান্তি মন্দিৰ, উদৰবন্দ

কাছাৰ জিলাৰ সদৰ শিলচৰৰ পৰা ১৭ কিলোমিটাৰ উত্তৰে উদৰবন্দত আছে প্ৰসিদ্ধ তান্ত্ৰিক পীঠ কাঁচাকান্তি বা কেঁচাইখাতী মন্দিৰ। এই মন্দিৰৰ বিগ্ৰহ দুৰ্গা আৰু কালীৰ সমন্বয়ত গঠিত বুলি জনবিশ্বাস প্ৰচলিত। জনশ্ৰুতি অনুসৰি কছাৰী ৰজা কৃষ্ণচন্দ্ৰই সপোনত দেখি ১৮০৬ চনত গভীৰ অৰণ্যৰ মাজত দেৱীৰ চতুৰ্ভুজ স্বৰ্ণ মূৰ্তি প্ৰতিষ্ঠা কৰিছিল। এই তান্ত্ৰিক পীঠৰ অধিষ্ঠাত্ৰী কছাৰী ৰজাৰ উপাস্য দেৱীৰূপে অভিহিতা। পাছত এই মূৰ্তি জয়ন্তীয়া ৰজাই লৈ যায়। কোনো কোনো ইতিহাসবিদৰ মতে কোনোবা এজন কোচ ৰজাইহে এই মন্দিৰ প্ৰতিষ্ঠা কৰিছিল। কোচ ৰজাই মন্দিৰৰ বাবে মাটি দান কৰাৰ কথাও জনা যায়। আন এক জনশ্ৰুতি অনুসৰি কাছাৰত ডিমাচা ৰজাৰ শাসন কালত এই মন্দিৰ প্ৰতিষ্ঠা হৈছিল। ডিমাচা শব্দ 'কাচাউডি মাডাই'ৰ পৰা মন্দিৰটোৰ নাম কাঁচাকান্তি হোৱা বুলি অনেকে ক'ব খোজে। 'কাচাউডি'ৰ অৰ্থ দয়াময়ী বা কৃপাময়ী আৰু 'মাডাই'ৰ অৰ্থ দেৱী। অৰ্থাৎ কৃপাময়ী দেৱীৰ মন্দিৰ কাঁচাকান্তি। মন্দিৰটোক লৈ নানান কিংবদন্তি প্ৰচলিত।

অতি জাগ্ৰত বুলি জনমানসত পূজিত এই দেৱী মন্দিৰত ১৮১৮ চন মানলৈকে মহালয়াত নৰবলি দিয়াৰ প্ৰথাৰ প্ৰচলন আছিল। পাছত নৰবলিৰ পৰিৱৰ্তে পশুবলিৰ বিধান প্ৰৱৰ্তন হয়।

সময়ৰ সোঁতত প্ৰাচীন মন্দিৰটো ভাগি যোৱাত ১৯৪০-৪২ চন মানত ইয়াক পুনৰ নিৰ্মাণ কৰা হয়। শাৰদীয় দুৰ্গা পূজাসহ বিভিন্ন মাংগলিক অনুষ্ঠান এই মন্দিৰত পালন কৰা হয়।

উদৰবন্দৰ সমীপৱৰ্তী বাঘেৰকোনা গাঁৱত আন এটা কাঁচাকান্তি মন্দিৰ আছে। এই মন্দিৰত মহিলাৰ প্ৰৱেশ নিষেধ।

# কীৰ্তন ঘৰ, বৰপেটা

বৰপেটাৰ কীৰ্তন ঘৰ অসমৰ এক প্ৰসিদ্ধ নামঘৰ। মহাপুৰুষ মাধৱদেৱে ভাওনা, নৃত্য-গীত আদি কৰিবৰ বাবে বৰপেটাত ১৫৮৫ চনত 'ৰঙিয়াল ঘৰ' নামেৰে এটা ঘৰ সজাইছিল। মাধৱদেৱ কোচবিহাৰলৈ যোৱাৰ সময়ত মথুৰা দাস বুঢ়াআতাক ইয়াৰ অধিকাৰ পাতি গৈছিল। দুৰ্ঘটনাক্ৰমে ৰঙিয়াল ঘৰ জুয়ে পোৰাত মথুৰা দাস বুঢ়াআতাই সেই ঠাইতে সত্ৰ পাতি, কীৰ্তন ঘৰ স্থাপন কৰে। এই কীৰ্তন ঘৰ অসমৰ সকলোতকৈ ডাঙৰ কীৰ্তন ঘৰ বুলি জনাজাত। শ্ৰীমন্ত শংকৰদেৱে মহাৰাজ নৰনাৰায়ণৰ বাবে বোৱা বৃন্দাবনী বস্ত্ৰৰ সমান কৰি কীৰ্তন ঘৰটো ১২০ হাত দীঘল আৰু ৬০ হাত বহল কৰা হৈছিল বুলি কোৱা হয়। কীৰ্তন ঘৰৰ মূধৰ এটা খোঁটালী এৰি শ্ৰীমন্ত শংকৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাৰ নামত তিনিখন আসন পতা আছে। কীৰ্তন ঘৰৰ পূব মূধত এটা ভাঁজঘৰ আছে; ইয়াৰে উত্তৰ অংশত মিঠাতেল ৰখা এটা মঠীয়া (ডিঙি-চুটি, পেট-বহল আৰু তললৈ জোঙা এবিধ ডাঙৰ মাটিৰ পাত্ৰ) আছে। তাত তেল আপোনা-আপুনি ওলায় বুলি জনবিশ্বাস প্ৰচলিত। ভাঁজঘৰতে আছে এগছি অক্ষয় বন্তি। কীৰ্তন ঘৰৰ প্ৰতিষ্ঠা দিৱসত (আজিৰ পৰা প্ৰায় চাৰিশ বছৰৰ আগেয়ে) মাধৱদেৱে যি গছি বন্তি জ্বলাইছিল, সেই গছি বন্তি বা চাকি আজিও অক্ষয় বন্তিৰ ৰূপত জ্বলি আছে। কীৰ্তন ঘৰৰ সন্মুখৰ মুকলি ঠাইত যাত্ৰা-ভাওনা আদি হয়। কীৰ্তন ঘৰত মহিলাৰ প্ৰৱেশ নিষেধ। মহিলাসকলে কীৰ্তন ঘৰৰ কাঠিত বহিব পাৰে, কিন্তু মূল ঘৰৰ ভিতৰত সোমাব নোৱাৰে। কথিত আছে যে মথুৰাদাস বুঢ়া আতাৰ পত্নীয়ে তেওঁৰ অনুপস্থিতিত কীৰ্তন ঘৰত বন্তি জ্বলাইছিল। কীৰ্তন ঘৰৰ ভিতৰত থাকোঁতেই হঠাৎ ৰজস্বলা হৈ ইয়াক অপবিত্ৰ কৰে বুলি ভয়তেই কীৰ্তন ঘৰত মহিলাক সোমাবলৈ দিয়া নহয় বুলি কোৱা হয়। কীৰ্তন ঘৰত প্ৰৱেশ কৰোঁতে দুটা বৃহৎ আকাৰৰ ঘূৰণীয়া কাঠৰ খুঁটা চকুত পৰে। সেই দুটা খুঁটা তুলসী গছৰ খুঁটা বুলি বিশ্বাস প্ৰচলিত।



# ক্ৰাইষ্ট চাৰ্চ, গুৱাহাটী

অসমত ইংৰাজ শাসন আৰম্ভ হোৱাৰ লগে লগে খ্ৰীষ্টধৰ্মীয় ইংৰাজসকলেও অসমৰ মাটিত ভৰি দিয়েহি। তদুপৰি অসমত থকা খ্ৰীষ্টধৰ্মীয় লোকৰ ধৰ্মীয় কাম-কাজ চলাই নিবৰ বাবে অসমৰ কমিছনাৰ ফ্ৰান্সিছ জেনকিন্সলৈ নিৰ্দেশনা আহে। সেইবাবেই ছিলেটৰ ধৰ্মযাজক ৰেভাৰেণ্ড গাৰ্টটিনে ১৮৪১ আৰু ১৮৪৩ চনত অসম ভ্ৰমণ কৰে। তেৱেঁই অসমলৈ অহা প্ৰথম খ্ৰীষ্টান ধৰ্মযাজক। ১৮৪৪ চনত ৰেভাৰেণ্ড ৰবাৰ্ট জেমছ ব্লেণ্ডে গুৱাহাটীক সদৰ হিচাপে লৈ অসমৰ প্ৰথমজন ধৰ্মযাজকৰ দায়িত্ব বহন কৰে। ইয়াৰ পাছত অঞ্চলটোৰ সকলো খ্ৰীষ্টধৰ্মীয় লোকৰ দান-বৰঙণিৰে বৰ্তমানৰ গুৱাহাটীৰ কাছাৰীৰ ওচৰত ক্ৰাইষ্ট চাৰ্চ নামেৰে গিৰ্জা (Church) এটি গঢ়ি উঠে। ১৮৪৫ চনৰ ২৬ অক্টোবৰত আনুষ্ঠানিকভাৱে গিৰ্জাটো মুকলি কৰা হয়। তেতিয়াৰ পৰাই ইয়াৰ চৌদিশৰ মুকলি পথাৰখনো চাৰ্চ ফিল্ড নামেৰে জনাজাত হয়। ১৮৫৪ চনত হোৱা এটা ভূমিকম্পত গিৰ্জাটোৰ যথেষ্ট ক্ষতিসাধন হয়। ১৮৬১ চনত ৰেভাৰেণ্ড ব্লেণ্ডে অতি কষ্টৰে গিৰ্জাটো পুনৰ নিৰ্মাণ কৰে। কিন্তু ১৮৯৭ চনৰ ১২ জুনত সমগ্ৰ অসমজুৰি হোৱা বৰভুঁইকঁপত গিৰ্জাটো সম্পূৰ্ণৰূপে ধ্বংসপ্ৰাপ্ত হয়। ১৯০১ চনত গিৰ্জাটোৰ পুনৰ নিৰ্মাণ আৰম্ভ কৰি ১৯০৩ চনত শেষ হয়। ১৯৪৫ চনত নিনদ কুমাৰ বিশ্বাস ইয়াৰ বিছপ নিৰ্বাচিত হয়। তেৱেঁই প্ৰথম ভাৰতীয় বিছপ।

বৰ্তমানৰ গুৱাহাটীৰ নেহৰু পাৰ্ক থকা ঠাইখিনিও এসময়ত এই গিৰ্জাৰে সম্পত্তি আছিল। ১৯৫৫ চনত ইয়াৰ চাৰিওকাষৰ ২২ বিঘা মাটি গিৰ্জা কৰ্তৃপক্ষই চৰকাৰক চমজাই দিয়ে। ১৯৭৬ চনত অসম চৰকাৰে ইয়াতে নিৰ্মাণ কৰে বৰ্তমানৰ নেহৰু পাৰ্কখন। অৱশ্যে ইয়াৰ আগতে ১৯৫৮ চনত গুৱাহাটী পৌৰসভাই (তেতিয়া গুৱাহাটী পৌৰ নিগম গঠন হোৱা নাছিল; গুৱাহাটীৰ পৌৰ নিগম গঠন হয় ১৯৭৪ চনত) অশোক স্তম্ভৰে সৈতে বৰ্তমানৰ পাৰ্কখনত পূব দিশত সৰু পাৰ্ক এখন নিৰ্মাণ কৰিছিল।

১৯৯৪ চনত বছৰজোৰা কাৰ্যসূচীৰে ক্ৰাইষ্ট চাৰ্চৰ ডেৰশ বছৰীয়া জয়ন্তী পালন কৰা হয়।

গুৱাহাটীৰ আন গিৰ্জাৰ দৰেই ক্ৰাইষ্ট চাৰ্চতো উলহ-মালহেৰে বৰদিনৰ কাৰ্যসূচী পালন কৰা হয়। মাউৰা শিশুসকলক আশ্ৰয় দিয়া বিভিন্ন শিশুগৃহ, চিকিৎসালয়, বৃদ্ধাশ্ৰম আদিৰ আবাসীসকলৰ অংশগ্ৰহণ এই উৎসৱৰ অবিচ্ছেদ্য অংগ।

# খটৰা সত্ৰ, ডিপিলা, দৰং

দৰং জিলাৰ সদৰ মঙলদৈৰ পৰা প্ৰায় ২০ কিলোমিটাৰ উত্তৰ-পশ্চিম দিশৰ ডিপিলাত অৱস্থিত এখন মহাপুৰুষীয়া সত্ৰ খটৰা। ১৫৬৮ চনত লেচাকনীয়া গোবিন্দ আতৈয়ে এই সত্ৰ প্ৰতিষ্ঠা কৰে। গোবিন্দ আতৈৰ জন্ম হৈছিল ৰঙিয়াৰ ওচৰৰ লেচাকনীয়া গাঁৱত। সেয়ে তেওঁ লেচাকনীয়া গোবিন্দ আতৈ নামে জনাজাত। মহাপুৰুষ মাধৱদেৱ আৰু গুৰুজনাৰ সখি নাৰায়ণ ঠাকুৰৰ নিৰ্দেশত গোবিন্দ আতৈয়ে এই সত্ৰ প্ৰতিষ্ঠা কৰিছিল বুলি জনা যায়। সত্ৰ প্ৰতিষ্ঠাৰ সময়ত হেনো খট নামৰ এটা দুৰ্দান্ত জাতিৰ লোকে বাধা প্ৰদান কৰিছিল। গোবিন্দ আতৈয়ে সেই লোকসকলৰ চৰিত্ৰ সংশোধন কৰি সৎ পথলৈ ওভতাই আনে। সেই খট বা দুষ্ট ভাব হৰণ কৰা বাবে সেই ঠাই আৰু সত্ৰখনৰ নাম প্ৰথমে খটহৰা (খট + হৰা বা হৰণ) আৰু পাছলৈ খটৰা হয়।

আন এক জনশ্ৰুতি মতে পাণ্ডৱৰ বনবাসৰ কালত এই ঠাইতে দ্ৰৌপদীয়ে হাতৰ খাৰুৰে (কংকণ) খটাসুৰ নামৰ অসুৰ এটাক বধ কৰিছিল। খটাসুৰৰ নাম অনুসৰিয়েই ঠাইখনৰ নাম খটৰা হ'ল বুলি জনা যায়।

খটৰা সত্ৰত ভাদ আৰু আহিনৰ সংক্ৰান্তিৰ দিনা পঁচতি উৎসৱ মহা সমাৰোহেৰে পালন কৰা হয়।

২০২০ চনৰ ১৩-১৫ মাৰ্চত খটৰা সত্ৰৰ ৪৫০ বছৰীয়া জয়ন্তী উৎসৱ সমাৰোহেৰে পালন কৰা হয়।



# খাছপুৰ, কাছাৰ

কাছাৰ জিলাৰ সদৰ শিলচৰৰ উত্তৰ-পুবে উদৰবন্দ অঞ্চলত অৱস্থিত কছাৰীসকলৰ শেষ ৰাজধানী খাছপুৰ। স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ দিনত হোৱা আক্ৰমণত আহোম সৈন্যই ৰাজধানী মাইবাং ধ্বংস কৰাত কছাৰী ৰজা তাম্ৰধ্বজ নাৰায়ণ খাছপুৰলৈ পলাই যায় আৰু তাতে ৰাজধানী গঢ়ি তোলে।

খাছপুৰৰ নাম পূৰ্বতে আছিল ব্ৰহ্মাপুৰ। খাছপুৰ নামটোৰ উৎপত্তি সম্পৰ্কে কেইবাটাও কাহিনী পোৱা যায়।

এটা কাহিনী অনুসৰি কছাৰী ৰজা বীৰদৰ্প নাৰায়ণে (১৬৪৪-১৬৭২) ত্ৰিপুৰাৰ ৰাজকুমাৰীক বিয়া কৰাইছিল। বিয়াত ত্ৰিপুৰাৰ ৰজাৰ পৰা তেওঁ বৰাকৰ পাৰৰ এডোখৰ মাটি 'খাছ', অৰ্থাৎ, লাখেৰাজ হিচাপে যৌতুক পায়। বীৰদৰ্প নাৰায়ণৰ পৰৱৰ্তী শাসনকৰ্তা তাম্ৰধ্বজে এই খাছ মাটিত ৰাজধানী পতা বাবে ঠাইডোখৰৰ নাম খাছপুৰ হয়।

আন এক কাহিনী অনুসৰি কছাৰী ৰজা শত্ৰুদমনে জয়ন্তীয়া বা খাছী ৰজা ধনমাণিকক পৰাস্ত কৰি উত্তৰাধিকাৰী যশমাণিকক ব্ৰহ্মাপুৰত বন্দী কৰি থয়। খাছী ৰজাক ব্ৰহ্মাপুৰত বন্দী কৰি থোৱা বাবে অঞ্চলটো খাছপুৰ নামেৰে জনাজাত হয়।

কছাৰী ৰাজত্বৰ ভগ্নাৱশেষৰ বাবে বৰ্তমান প্ৰখ্যাত খাছপুৰত ৰাজধানী আবৰি নিৰ্মিত পকী দেৱাল আৰু ইটাৰে সজা বৃহৎ পকী দুৱাৰৰ ভগ্নাৱশেষ আছে। দুৱাৰবোৰ সিংহ দুৱাৰ, বৰদুৱাৰ আদি নামেৰে জনা যায়। ভগ্নাৱশেষৰ মাজত স্নান-মন্দিৰ, লক্ষ্মী মন্দিৰ, শিৱ মন্দিৰ আদি কেইবাটাও মন্দিৰ আছে। ইয়াৰে এটা ভগ্নমন্দিৰত শিলত কটা ফলিত এনেদৰে উল্লেখ আছে, ... শ্ৰীশ্ৰী হেড়ম্বেশ্বৰ ৰক্ষিতি পতি হৰিচন্দ্ৰনাৰায়ণস্য ৰাণী লক্ষ্মীদেৱী শিৱ ...' আদি। ফলিত পেট কটা 'ৰ' আৰু 'ৱ' স্পষ্ট ৰূপত আছে। অৱশ্যে চন-তাৰিখ জনা নাযায়।

খাছপুৰৰ চাৰিটা ধৰ্মীয় স্থাপত্যৰ ভিতৰত শিৱ, লক্ষ্মী আৰু চণ্ডী — এই তিনিটা মন্দিৰৰ বাহ্যিক ৰূপ একে। তিনিওটাই 'বংগীয় দোচালা' (দুখন চালবিশিষ্ট ঘৰ) গঢ়ৰ। সেয়েহে এই মন্দিৰৰ গঢ় ব্ৰহ্মপুত্ৰ উপত্যকাৰ মন্দিৰৰ লগত মিল

নাই। তদুপৰি মন্দিৰবোৰত কোনো আকৰ্ষণীয় কাৰুকাৰ্য আদিও খোদিত কৰা হোৱা নাই।

খাছপুৰৰ স্থাপত্যসমূহ এতিয়া বিক্ষিপ্ত অৱস্থাতহে আছে। এই স্থাপত্যসমূহৰ অন্যতম হ'ল 'বাৰদুৱাৰী' নামৰ দুতলীয়া সৰু ঘৰ এটা। নগৰৰ তোৰণগৃহৰ পৰা দুৰৈত এমূৰীয়াকৈ থকা এই সৌধটো ইটাৰে নিৰ্মিত। ইয়াত প্ৰতিটো তলাতে একোটাকৈ কোঠালি আছে। প্ৰতিটো তলাতে মুঠ বাৰখন দুৱাৰ আছে বাবেই ইয়াক বাৰদুৱাৰী বুলি কয়। অৱশ্যে স্থাপত্যসমূহৰ মাজতে বজাৰ, বহু ন ন চুবুৰি, দোকান আদিৰে ৰাজধানীৰ ছবিখন নোহোৱা হ'ল।

খাছপুৰৰ এই ভগ্নাৱশেষ অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত। তদুপৰি ভাৰতৰ পুৰাতত্ত্ব বিভাগে ইয়াক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে।



# গৰখীয়া দৌল, যোৰহাট

যোৰহাট নগৰৰ উত্তৰ-পশ্চিমে প্ৰায় পাঁচ কিলোমিটাৰ নিলগৰ বালিগাঁৱত অৱস্থিত এখন প্ৰাচীন দেৱালয় গৰখীয়া দৌল। অসম বুৰঞ্জীত এই দৌলৰ উল্লেখ নাই যদিও ভক্তপ্ৰাণ জনসাধাৰণৰ মাজত গৰখীয়া দৌল জাগ্ৰত বুলি জনবিশ্বাস প্ৰচলিত। অতীজতে এই ঠাইত এখন গৰু চৰোৱা আহল-বহল পথাৰ আছিল। প্ৰতিদিনে স্থানীয় গৰখীয়াবিলাকে গোট খাই তাত গৰু চৰাইছিল। তাতে এজন মুখিয়াল গৰখীয়াই নিতৌ বালিৰ দৌল সাজি তাত ফৰিং বলি দিয়াৰ ব্যৱস্থা কৰিছিল। প্ৰতিদিনে এজন গৰখীয়াৰ ফৰিং ধৰি অনাৰ পাল আছিল আৰু দৌলৰ আগত বিৰিণাৰ পাতেৰে সেই ফৰিং বলি দি গৰখীয়াৰ নিত্য পূজা সমাপন কৰি ঘূৰি গৈছিল। এদিন এজন গৰখীয়া ল'ৰাৰ পাল পৰিল। তেওঁ ফৰিং ধৰি নানিলে, আৰু বলি দিবৰ সময় হোৱাত গৰখীয়াই ক'লে, তেওঁ ফৰিং আনিব নোৱাৰিলে, গতিকে দৌলৰ আগত তেওঁকেই বলি দিয়ক। এই কথা কৈয়েই তেওঁ দৌলৰ আগত বলিশালত পৰিল। আনদিনাৰ দৰেই বিৰিণা পাতেৰে এজন ল'ৰাই তেওঁৰ ডিঙিটোত ৰেপ দিলে। আচৰিত কথা যে বিৰিণা পাতৰ ঘঁহনি খাই ল'ৰাজনৰ ডিঙিটো দুটুকুৰা হ'ল। তেতিয়া সকলো গৰখীয়া ল'ৰাই চিঞৰ-বাখৰ কৰি গাঁৱৰ মানুহক জনালে। গাঁৱৰ মানুহে এনে আচৰিত কাণ্ড দেখি এই ঠাইত দেৱতা আছে বুলি সেই বালিৰ দৌল আৰু বলি দিয়া ঠাই তেতিয়াই তাঁতি দি বেৰি পেলালে। পাছদিনা পুৱা দেখে, সেই ঠাইত বালিৰ দৌলৰ ঠাইত উঁই হাফলুৰ দৰে এটা দৌল হৈ আছে। দিনে দিনে সেই দৌল বাঢ়ি উঠা দেখি গাঁৱৰ ৰাইজে তাতে এটা শিৱ মূৰ্তি প্ৰতিষ্ঠা কৰি এটা মন্দিৰ নিৰ্মাণ কৰিলে। তেতিয়াৰে পৰা গৰখীয়া দৌলত নিয়মিত পূজা-অৰ্চনা অনুষ্ঠিত হৈ আহিছে। শিৱৰাত্ৰিৰ দিনা এই দৌলত ভালেসংখ্যক ভক্তপ্ৰাণ লোকৰ সমাগম হয়।

# গৰখীয়া গোসাঁইৰ থান, সৰভোগ

বৰপেটা জিলাৰ সৰভোগ নগৰৰ পৰা প্ৰায় এক কিলোমিটাৰ আঁতৰৰ বৰনগৰত আছে ঐতিহ্যমণ্ডিত গৰখীয়া গোসাঁই থান। লোকবিশ্বাস অনুসৰি গৰখীয়াৰূপী ভগৱান শ্ৰীকৃষ্ণই এই থানত নিজকে প্ৰকাশ কৰিছে। এই থান আনুমানিক ৪০০ বছৰ পুৰণি। মহাৰাজ নৰনাৰায়ণে শনিৰ দশা চলি থকা বাবে ১২ বছৰ বৰনগৰ অঞ্চলত অস্থায়ীভাৱে ৰাজধানী পাতি আছিল। সেই সময়ত মহাৰাজ নৰনাৰায়ণৰ লগত অহা বীৰ যোদ্ধাসকলেও ইয়াত বসবাস কৰিছিল বাবে এই অঞ্চলক বীৰনগৰ বুলি কোৱা হৈছিল। অৱশ্যে কবি ৰাম সৰস্বতীৰ মতে বিজয় নগৰ আৰু কবি বিদ্যাপঞ্চাননৰ মতে বৃহৎ নগৰ বুলি কোৱা হৈছিল। পাছলৈ এই বীৰ নগৰ, বিজয় নগৰ বা বৃহৎ নগৰৰ ঠাইত বৰনগৰ হ'ল আৰু এই বৰনগৰতেই আছে প্ৰসিদ্ধ গৰখীয়া গোসাঁই।

কিংবদন্তি অনুসৰি সৰভোগৰ গণকগাড়ী গাঁৱৰ (বৰ্তমান মেধিপাৰা) বৰকোঁচ পৰিয়ালৰ এজনী কপিলী গাই দুপৰীয়া সদায় গৰখীয়াই গৰু চৰাই থকা গৰুজাকৰ পৰা নোহোৱা হয়। সদায় একে সময়তে গাইজনী নোহোৱা হয় আৰু সময়ত পুনৰ ঘূৰি আহে। গৰখীয়াবোৰে গাইজনীৰ পিছ লৈ দেখে যে গাইজনীয়ে এডোখৰ নিৰ্দিষ্ট ঠাইত নিজ ইচ্ছাৰে ওহাৰৰ পৰা গাখীৰ দিয়ে। গৰখীয়াবোৰে সেই ঠাইতনো কি আছে খান্দি চাওঁতেই তাত গোসাঁইক দেখা পালে। কিশো· ·ৰখীয়াবোৰে তেওঁলোকৰ কল্পনাৰে ঠাই ডোখৰ পৰিষ্কাৰ কৰি থাপনা পাতি ল'লে। গৰু হেৰালে প্ৰভুৰ চৰণত সেৱা জনাই প্ৰধান গৰখীয়াজনে দিশ ধৰি দিয়ে আৰু সেই মতে গৰু বিচাৰি পায়। লাহে লাহে এই কথা চাৰিওফালে বিয়পি পৰিল। গৰু হেৰালে আন মানুহেও তালৈ গৈ মিঠাতেলৰ চাকি, কল-প্ৰসাদ আগবঢ়াই প্ৰভুৰ চৰণত পৰিলে হেৰোৱা গৰু পুনৰ পাবলৈ ধৰিলে। কালক্ৰমত এই গোসাঁয়েই মানুহৰ মাজত গৰখীয়া গোসাঁই নামেৰে প্ৰসাৰ লাভ কৰে।

পৰৱৰ্তী কালত এই গৰখীয়া গোসাঁইক স্থানান্তৰ কৰি বৰনগৰৰ বৰ্তমানৰ ঠাইলৈ অনা হয়। অৱশ্যে গৰখীয়া গোসাঁইক গৰখীয়াবোৰে পোৱা পুৰণি ঠাইডোখৰ এতিয়াও আছে। সেই ঠাই বৰ্তমানৰ থানৰ পৰা ৫০০ মিটাৰমান দূৰৈত। ইয়াক কোৱা হয় 'মাহতোলনীয়া থান'। থানখন কি কাৰণত স্থানান্তৰ কৰা হ'ল সেই কথা জনা নাযায়। সম্ভৱতঃ ঠাইডোখৰ আহল-বহল আৰু মেধি পৰিয়ালৰ (গাইজনী যিটো পৰিয়ালৰ আছিল) ওচৰত হোৱা বাবে থানৰ চোৱা-চিতাত সুচল হ'ব বুলিয়েই গোসাঁইক বৰ্তমানৰ ঠাইলৈ অনা হয়। মেধি পৰিয়ালৰ লোকেই প্ৰথম ৰাজহুৱা দেউৰী বা পূজাৰী হিচাপে স্বীকৃতি পায়। লাহে লাহে চৌহদটোত গছ-গছনি ৰুই নামঘৰ সাজি থানখন সজাই-পৰাই তোলা হয়। থানখনৰ সেই সময়ৰ ঘৰ-দুৱাৰ এতিয়া নাই। এতিয়া সকলো নতুনকৈ নিৰ্মাণ কৰা হৈছে। কিন্তু ঐতিহাসিক স্মৃতি বহন কৰা গছ-গছনিবোৰ কিছু আছে। নামঘৰৰ গাতে লাগি থকা এজোপা বুঢ়া বকুল ১৯৯৩ চনত ভাগি পৰে। এই বকুল জোপালৈ লক্ষ্য কৰিলে থানখন চাৰিশ বছৰতকৈয়ো অধিক পুৰণি যেন অনুমান হয়।



আনুমানিক ১৮৮৩-১৮৯৩ চনৰ ভিতৰত টিনপাতৰ ভাঁজঘৰ আৰু এটা টিনৰ নামঘৰ নিৰ্মাণ কৰে। অৱশ্যে এইবোৰ বহু পুৰণি হোৱাত ৰাইজে দান-বৰঙনিৰে নিৰ্মাণ কৰি ১৯৮৫ চনৰ জেঠ মাহৰ ১৫ তাৰিখে বৰ্তমানৰ নতুন ভাঁজঘৰ উদ্বোধন কৰে। এনেদৰে বিভিন্ন সময়ত থানৰ চৌহদত দৌল, মঠ, নাটঘৰ, অতিথিশালা, ভকতচ'ৰা, কাৰ্যালয়, ভঁৰাল, পুখুৰীৰ মাজৰ কালীয় দমন, ফুলনিৰ অনন্ত শয্যা, পানী যোগান, চিকিৎসাগৃহ আদি নিৰ্মাণ কৰা হৈছে।

থানখনত দৈনিক পূজা-সেৱাৰ লগতে বছৰত ছটা উৎসৱক থানৰ মূল পৰ্ব হিচাপে পালন কৰা হয়। সেইকেইটা হ'ল ঃ ব'হাগ বিহু, জাগৰণ, শ্ৰীকৃষ্ণৰ জন্মাষ্টমী, ৰাস উৎসৱ, মাঘবিহু আৰু দৌল উৎসৱ। ইয়াৰ উপৰি জেঠ মাহৰ ১৬ তাৰিখৰ পৰা ২২ তাৰিখলৈ জাগৰণ উৎসৱ উদ্‌যাপন কৰা হয়।

# গড়মূৰ সত্ৰ, মাজুলী

মাজুলীৰ এখন সত্ৰ গড়মূৰ। আহোম স্বৰ্গদেউ প্ৰতাপ সিংহই নিজ ৰাজ্য আগুৰি লাহদৈ গড় নামেৰে এটা গড় বন্ধোৱাইছিল। এই গড় মাজুলীৰ ছেৰাতল গড়ত শেষ হৈছিল। উক্ত ছেৰাতল গড়ৰ মূৰতে উজনি অসমত বৈষ্ণৱ ধৰ্মৰ অন্যতম প্ৰচাৰক বংশীগোপালদেৱৰ (১৫৪৮-১৬২২) পৰিনাতি লক্ষ্মীনাৰায়ণ দেৱে ১৬৬৫ চনত এই সত্ৰ প্ৰতিষ্ঠা কৰে। গড়ৰ মূৰত প্ৰতিষ্ঠা কৰা বাবে সত্ৰখনৰ নাম গড়মূৰ। আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহই জগন্নাথৰ পৰা বংশীগোপাল মূৰ্তি আনি গড়মূৰ সত্ৰ প্ৰতিষ্ঠাত বিশেষ সহায় কৰিছিল। একেদৰে স্বৰ্গদেউ শিৱ সিংহই ৩০০০ পুৰা নিষ্কৰ মাটি, ১২০০ ঘৰ পাইকৰ লগতে বহু মূল্যৱান সম্পত্তি সত্ৰলৈ উছৰ্গা কৰে। ইংৰাজৰ দিনত সত্ৰৰ ফালৰ পৰা কোনো প্ৰামাণিক তথ্য দিব নোৱাৰাত চৰকাৰে সত্ৰৰ এই নিষ্কৰ মাটি বাজেয়াপ্ত কৰে। পাছত চৰকাৰে সত্ৰৰ নামত ১০০০ বিঘা মাটি দিয়ে।

মাজুলী মহকুমাৰ সদৰ গড়মূৰত অৱস্থিত এই সত্ৰ ৰজাদিনীয়া চাৰি সত্ৰৰ (আউনীআটী, দক্ষিণপাট, কুৰুৱাবাহী, গড়মূৰ) অন্যতম। সত্ৰীয়া সংস্কৃতিৰ উৎকৰ্ষ আৰু বিকাশত বিশেষ ভূমিকা গ্ৰহণ কৰি অহা গড়মূৰ সত্ৰৰ পূৰ্বৰ সত্ৰাধিকাৰ পীতাম্বৰ দেৱগোস্বামী অসমৰ সাংস্কৃতিক জগতৰ অগ্ৰণী পুৰুষ তথা সমাজ সংস্কাৰক। এইজনা সত্ৰাধিকাৰে চাৰিসত্ৰীয়া পৰম্পৰা ভংগ কৰি স্বাধীনতা আন্দোলনত পূৰ্ণ সহযোগিতা কৰাৰ লগতে আন্দোলনটোক এক নতুন গতি প্ৰদান কৰিছিল। ৰাসলীলা এই সত্ৰৰ আকৰ্ষণীয় অনুষ্ঠান। সম্পূৰ্ণ নিজস্ব আৰু সত্ৰীয়া পৰম্পৰাত ওজাপালি, নটুৱা আদিৰ নৃত্য-গীতৰ চৰ্চা সত্ৰখনত কৰা হয়। বিভিন্ন প্ৰকাৰৰ ঐতিহাসিক সম্পদ, সাঁচিপাতৰ পুথি, বিভিন্ন মূৰ্তি আদিৰে গড়মূৰ সত্ৰ সমৃদ্ধ।



# গুপ্তেশ্বৰ দেৱালয়, ঢেকিয়াজুলি

ঢেকিয়াজুলিৰ পৰা প্ৰায় ১২ কিলোমিটাৰ দক্ষিণৰ শিঙৰি পাহাৰৰ নামনিৰ দক্ষিণ-পশ্চিমে ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত শিৱ মন্দিৰ গুপ্তেশ্বৰ দেৱালয়। এই মন্দিৰৰ গহ্বৰৰ লগত ব্ৰহ্মপুত্ৰৰ সংযোগ আছে বুলি জনবিশ্বাস প্ৰচলিত। ইয়াৰ শিৱ লিংগ পানীৰ তলত থাকে বাবে ইয়াৰ নাম গুপ্তেশ্বৰ। আন এক জনশ্ৰুতি অনুসৰি দ্বাপৰ যুগত অসুৰ ৰজা শিৱভক্ত বাণে বিশ্বনাথ ঘাটত দ্বিতীয় এখন কাশীধাম নিৰ্মাণ আৰম্ভ কৰিছিল। বাণৰ এই কাশীধাম নিৰ্মাণৰ কথা জানিব পাৰি স্বৰ্গৰ দেৱতাসকল শংকিত হ'ল আৰু বাণৰ এই পৰিকল্পনা বিফল কৰাৰ অৰ্থে তেওঁ (বাণ) অনা শিৱ লিংগৰ এটা চুৰি কৰি শিঙৰি পাহাৰৰ গুহাত লুকুৱাই থ'লে। শিৱক এনেদৰে গুপ্ত কৰি থোৱাৰ বাবেই এই মন্দিৰ গুপ্তেশ্বৰ নামে পৰিচিত। কালক্ৰমত গুপ্তেশ্বৰৰ অপভ্ৰংশ হৈ মন্দিৰটো গোপেশ্বৰ নামেও পৰিচিত হৈ পৰে।

লোক প্ৰবাদ অনুসৰি ইয়াতে ঋষ্যশৃংগ মুনিয়ে গুপুতে শিৱক তপস্যা কৰি আশ্ৰম পাতিছিল। গুপুতে তপস্যা কৰাৰ পৰাই গুপ্তেশ্বৰ। ঋষ্যশৃংগ মুনিয়েই এই শিৱ মন্দিৰো প্ৰতিষ্ঠা কৰিছিল বুলি কোনো কোনোৱে কয়। ঋষ্যশৃংগ মুনিৰ পৰাই শিঙৰি নামটোৰো উৎপত্তি।

শিঙৰি পাহাৰৰ এই গুপ্তেশ্বৰ দেৱালয়ত শিৱক উপাচাৰ-দ্ৰব্যৰে পূজা দিয়াৰ পাছতেই নিঃসন্তান কুসুম্বৰ ভূঞাৰ ঔৰসত আৰু সত্যসন্ধ্যাৰ গৰ্ভত এটি পুত্ৰ সন্তান ওপজে। মহাদেৱ বা শংকৰৰ কৃপাত জন্ম লাভ কৰা বাবে সন্তানটিৰ নাম ৰখা হয় শংকৰ; যাক আজি আমি চিনি পাওঁ মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱ নামেৰে।

গুপ্তেশ্বৰ দেৱালয়ৰ শিখৰত এটা পিতলৰ কলচী আছে। দেৱালয়ৰ চৌপাশ প্ৰাচীন কালৰ ইটাৰে নিৰ্মিত। দেৱশিল্পী বিশ্বকৰ্মাই ইয়াৰ মূল মন্দিৰটো নিৰ্মাণ কৰিছিল বুলি জনবিশ্বাস প্ৰচলিত। পাছত আহোম স্বৰ্গদেউসকলে হয়তো ইয়াক পুনঃনিৰ্মাণ কৰোৱাইছিল।

ভুটীয়াসকলে পূজা-অৰ্চনাৰ বাবে প্ৰতি বছৰে ইয়ালৈ আহে।

# গুৱাহাটী বেপ্টিষ্ট চাৰ্চ, গুৱাহাটী

গুৱাহাটী পাণবজাৰ আৰু ফাঁচী বজাৰৰ সীমাত, পাণবজাৰ থানাৰ সন্মুখতে অৱস্থিত গুৱাহাটী বেপ্টিষ্ট চাৰ্চ। ই অসম তথা উত্তৰ-পূৰ্বাঞ্চলৰ প্ৰথমটো বেপ্টিষ্ট গিৰ্জা।

ইংৰাজে অসমৰ শাসনভাৰ লোৱাৰ পাছত সেই সময়ৰ অসমৰ কমিছনাৰ ডেভিছ স্কটৰ অনুৰোধৰ প্ৰতি সঁহাৰি জনাই ১৮২৯ চনত ব্ৰিটিছ বেপ্টিষ্ট মিছনে গুৱাহাটীত ইয়াৰ এটা কেন্দ্ৰ স্থাপন কৰে। শ্ৰীৰামপুৰত এবছৰ প্ৰশিক্ষণ দি জেমছ ৰে' (James Ray) নামৰ এজন মিছনেৰীক এই কেন্দ্ৰৰ দায়িত্ব দিয়া হয়। ১৮৩৬ চন মানত জেমছ ৰে' আৰু সেই সময়ত খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰা কেইজনমান লোক তথা তেওঁলোকৰ পৰিয়ালৰ সদস্যসকলে মিলি এটা গিৰ্জা স্থাপন কৰে। কিন্তু সেইটো গিৰ্জা স্থায়ী নহ'ল। পাছত জেমছ ৰে'ই আমেৰিকান বেপ্টিষ্ট মিছনক ব্ৰিটিছ বেপ্টিষ্ট মিছনৰ সকলো স্থাৱৰ সম্পত্তি হস্তান্তৰ কৰে। এই স্থাৱৰ সম্পত্তি বৰ্তমান পাণবজাৰৰ সদৰ থানাৰ সন্মুখৰ মিছনৰ চৌহদ আৰু মহেন্দ্ৰ মোহন চৌধুৰী হাস্পতালৰ একাংশ।

গুৱাহাটীত আমেৰিকান বেপ্টিষ্ট মিছনৰ কেন্দ্ৰ স্থাপনৰ পাছতে অসমৰ খ্ৰীষ্টানধৰ্মী লোকসকলে মিলিত হৈ ১৮৪৫ চনৰ ২৬ জানুৱাৰীত গুৱাহাটীত এটা গিৰ্জা স্থাপন কৰে। ইয়েই গুৱাহাটী বেপ্টিষ্ট চাৰ্চ। এই গিৰ্জা পৰিচালনাৰ বাবে এখন ২৭ জনীয়া কমিটীও গঠন কৰা হয়। ইয়াৰে প্ৰথমজন পেষ্টৰ (ধৰ্মযাজক) আছিল চাইৰাছ বাৰ্কাৰ। গিৰ্জাটোৰ বেছিভাগ সদস্য নতুনকৈ খ্ৰীষ্ট ধৰ্ম গ্ৰহণ কৰা লোক। ১৮৯৭ চনৰ বৰভূঁইকঁপত গিৰ্জাটো ভাগি ধ্বংস হয়। কেবাবাৰো ঠাই সলনিৰ পাছত গিৰ্জাটো বৰ্তমান স্থানত পুনৰ নিৰ্মাণ কৰা হয়। ১৯৭০ চনৰ মাৰ্চ মাহত এই গিৰ্জাই ১২৫ বছৰীয়া আৰু ১৯৯৫ চনত ডেৰশ বছৰীয়া জয়ন্তী অতি উলহ-মালহেৰে পালন কৰে। গুৱাহাটীৰ নিকলছ হাইস্কুল গুৱাহাটী বেপ্টিষ্ট চাৰ্চৰ দ্বাৰা পৰিচালিত।



# গোপীনাথৰ থান, বঙাইগাঁও

বঙাইগাঁও জিলাৰ বইটামাৰিত অৱস্থিত এখন থান। ইয়াত গোপীনাথৰ বিগ্ৰহ, পাদশিলা আৰু এডোখৰ ডাঙৰ শিলপাট আছে। শিলপাটডোখৰৰ পৰা সদায় নিজৰি নিজৰি পানী ওলাই থাকে। প্ৰবাদ আছে যে মহাপুৰুষ মাধৱদেৱে শংকৰদেৱক লগ ধৰিবলৈ বুলি গণককুছিৰ পৰা কোচবিহাৰলৈ যাওঁতে ইয়াতে নিশা কটাবলগীয়া হৈছিল। শুদ্ৰা পাটগিৰি নামৰ গঞা এজনৰ ঘৰত আশ্ৰয় লওঁতে গৃহস্থই দিহা কৰি দিয়া অনুযায়ী মাধৱদেৱে ডাঙৰ শিল এচটাৰ ওপৰত উঠি গা ধোৱে। পাছদিনা গৃহস্থই দেখে যে আলহী থিয় হোৱা ঠাইত ভৰিৰ সাঁচ আৰু কাপোৰৰ পানী বাগৰি যোৱা ধাৰেৰে এটা লোৰ হৈ তাত তেতিয়াও পানী বৈ আছে। পাটগিৰিয়ে এই ঘটনাত মাধৱদেৱক মহাপুৰুষ জ্ঞান কৰি সপৰিয়ালে শৰণ লয় আৰু ভকতসকলৰ সহযোগত কীৰ্তনঘৰ সাজি গোপীনাথৰ বিগ্ৰহ স্থাপন কৰি শিলপাটডোখৰ তাতে ৰাখে। পাছত এই দেৱালয়লৈ বিজনীৰ ৰজাই দেৱোত্তৰ মাটি (দেৱতাৰ পূজা-সেৱা চলাবৰ কাৰণে দিয়া নিষ্কৰ মাটি) দান কৰে।

নিত্য নাম-প্ৰসংগৰ উপৰি ইয়াত মহাপুৰুষসকলৰ তিথি আদি পালন কৰা হয়।

# ঘাৰমৰা সত্ৰ, উত্তৰ লখিমপুৰ

উত্তৰ লখিমপুৰ নগৰৰ পৰা পাঁচ কিলোমিটাৰ নিলগত অৱস্থিত এখন প্ৰাচীন সত্ৰ ঘাৰমৰা। ত্ৰয়োদশ শতিকাতে এই সত্ৰ শদিয়াৰ কুণ্ডিলত চুতীয়া ৰজাৰ পৃষ্ঠপোষকতাত প্ৰতিষ্ঠা হৈছিল বুলি জনা যায়। তাৰ পৰাই ই ক্ৰমে ডিব্ৰুগড়ৰ চেঙাজান, উত্তৰ লখিমপুৰ বৰবিহাল, ধেনুখনা নৈৰ পাৰৰ ঘাৰমৰা (১৬৯৬) আৰু শেষত ১৮২৯ চনত বৰ্তমানৰ স্থানত বহে।

এই সত্ৰত সংৰক্ষিত হৈ থকা মধ্যযুগৰ বিভিন্ন মূল্যবান সম্পদৰ ভিতৰত সাঁচিপাতৰ 'কীৰ্ত্তন', 'নামঘোষা', 'চিত্ৰ ভাগৱত', পিতলৰ খৰম, প্ৰায় এফুট ওখ ভোগজৰা, সমজোখৰ পিকদানি, ৰূপৰ সঁফুৰা, হাতীদাঁতৰ নালৰ কটাৰী, হেঙুল-হাইতাল বোলোৱা চিত্ৰখোদিত দোলা, শিৱ লিংগ আৰু প্ৰায় ১৫ কিলোগ্ৰাম ওজনৰ অষ্টধাতুৰ এটা জয়ঘণ্টা উল্লেখযোগ্য।



# ঘুগুহা দৌল, ধেমাজি

ধেমাজি চহৰৰ পৰা ২৩ কিলোমিটাৰ পশ্চিমে ঘুগুহা দৌল অৱস্থিত। দৌলটো আঠকোণীয়াকৈ নিৰ্মিত আৰু ইয়াৰ শিখৰভাগো আঠকোণীয়া। দৌলটোৰ উচ্চতা ৪৩ ফুট। দৌলৰ গাতে লাগি থকা মণ্ডপটো অসমীয়া দুচলীয়া ঘৰৰ আকৃতিৰ। মণ্ডপৰ চালি ইতিমধ্যে ভাগিছে। দৌলটোক কেন্দ্ৰ কৰি পাঁচটামান পুখুৰী আছে।

ঘুগুহা দৌল অঞ্চলটোৰ এক বিশেষত্বপূৰ্ণ মন্দিৰ-স্থাপত্য। দৌলটো কোনে নিৰ্মাণ কৰোৱাইছিল বা কিয় কৰাইছিল বা ঘুগুহা দৌল বুলিনো কিয় নামকৰণ কৰা হ'ল, সেই বিষয়ে সঠিক তথ্য পাবলৈ নাই। অৱশ্যে ঘুগুহা দৌলৰ ইটাৰ জোখত, বিশেষকৈ ইয়াৰ পাতল গঢ়ত, আহোম যুগীয় শ্ৰেষ্ঠ স্থাপত্য নিৰ্মাণৰ সময়ৰ ৰূপ প্ৰকাশ পাইছে। দৌলটোৰ পৰিকল্পনা আৰু অনাড়ম্বতাৰ দিশৰ পৰা ৰাজেশ্বৰ সিংহৰ (১৭৫১-১৭৬৯) দিনত নিৰ্মিত তলাতল ঘৰৰ ওপৰত থকা গোসাঁই ঘৰটোৰ লগত মিলে। সেই দিশৰ পৰা চাবলৈ গ'লে ঘুগুহা দৌল স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ সময়ৰ বুলি কিছুলোকে মত প্ৰকাশ কৰিছে। আন এচাম লোকৰ মতে, ১৭৩৮ চনত স্বৰ্গদেউ শিৱ সিংহ মহাৰাণী অম্বিকাৰ সৈতে প্ৰমোদ ভ্ৰমণলৈ আহিছিল। সেই সময়তে এই ঠাইতে বাহৰ পাতি থকা অৱস্থাত এদিন ৰাতি ৰাণীৰ হঠাতে মৃত্যু হয়। ৰাণীৰ মৃতদেহ চৰাইদেউলৈ নিয়া হয় যদিও স্বৰ্গদেৱে প্ৰিয়তমা পত্নীৰ স্মৃতি যুগমীয়া কৰিবৰ নিমিত্তে মৃত্যু স্থানতে ইটাৰ দেৱালেৰে সৈতে এটি পকা মন্দিৰ নিৰ্মাণ কৰায়। সেয়াই আজিৰ ঘুগুহা দৌল বা অম্বিকাৰ স্মৃতি সৌধ। অৱশ্যে বুৰঞ্জীত এই বিষয়ত কোনো বিশেষ সমল পোৱা নাযায়।

আন এক তথ্য মতে, আহোমৰ সপ্তমজন ৰজা ত্যাওখাম্‌থিক ১৩৮০ চনত ককায়েক চুতুফাৰ সিংহাসনত তুলি ৰজা পাতি লয়। ত্যাওখাম্‌থি সিংহাসনত উঠাৰ কেইবছৰমানৰ পিছতেই ভ্ৰাতৃবৈৰী চুতীয়া ৰজাক এশিকনি দিবৰ মনেৰে, তেওঁৰ ৰাজ্য আক্ৰমণ কৰেগৈ। স্বৰ্গদেৱে সেই আক্ৰমণলৈ যাওঁতে, নিজৰ ৰাজ্যৰ শাসনভাৰ তেওঁৰ বৰ কুঁৱৰীৰ হাতত দি যায়। সেইসময়ত তেওঁৰ সৰু কুঁৱৰী গৰ্ভৱতী আছিল।

বৰ কুঁৱৰী নিজে অপুত্ৰক হোৱা বাবে, সৰু কুঁৱৰীক পেটে পেটে তেওঁ হিংসা কৰিছিল। সেয়ে এই সুযোগতে সৰু কুঁৱৰীক মিছা অভিযোগ আনি প্ৰাণদণ্ডৰ আদেশ দিলে। পাছে বিষয়াবৰ্গই সৰু কুঁৱৰীক প্ৰাণদণ্ড নিদি ভূৰত উঠাই দিহিঙত উটাই দিলে। সৰুকুঁৱৰী ভূৰেৰে আহি হাবুং পালেহি। হাবুঙতে এঘৰ ব্ৰাহ্মণে কুঁৱৰীক তুলি নি মাহচেৰেক প্ৰতিপালন কৰে। হাবুঙতে সৰু কুঁৱৰীয়ে এটি পুত্ৰ সন্তান জন্ম দি মৃত্যু বৰণ কৰে। হাবুঙৰ বামুণৰ ঘৰত জন্ম হোৱা ত্যাওখাম্‌থিৰ এই পুত্ৰই বামুণীকোঁৱৰ বা চুডাংফা। প্ৰচলিত কিংবদন্তিৰ মতে, ত্যাওখাম্‌থিৰ সৰু কুঁৱৰীৰ নাম আছিল ঘুগু কুঁৱৰী। চুডাংফাই মাক ঘুগু কুঁৱৰীৰ স্মৃতি ৰক্ষাৰ্থে হাবুং অঞ্চলত এটা দৌল নিৰ্মাণ কৰোৱায়। এই দৌল সেয়েহে ঘুগু কুঁৱৰীৰ নাম অনুসৰি ঘুগুহা দৌল নামেৰে জনাজাত হোৱাৰ লগতে অঞ্চলটোও ঘুগুহা নামেৰে পৰিচিত হ'ল।

স্থানীয় লোকশ্ৰুতি মতে ঘুগুহা দৌলত দুটা মূৰ্তি আছিল। এটা সহস্ৰবাহুযুক্ত বিষ্ণুৰ চতুৰ্ভুজ মূৰ্তি আৰু আনটো বংশীবাদকৰ শিলৰ মূৰ্তি। এই দুয়োটা মূৰ্তি উদ্ধাৰ কৰা হৈছিল দৌলৰ পৰা দক্ষিণে কিছু দূৰৈত। দুয়োটা মূৰ্তিয়েই দৌলৰ আশে-পাশে উদ্ধাৰ হোৱালৈ চাই দুয়োটা মূৰ্তিয়েই যে দৌলত আছিল, সেয়া অনুমান কৰিব পাৰি। এটা তথ্যমতে, ৰজাৰ দিনত ঘুগুহা দৌলৰ গৰ্ভগৃহত শিৱ প্ৰতীক এটা পকী গাঁত আছিল। সেয়ে হ'লেও দৌলটোৰ নাটগৃহত এটা সোণৰ মূৰ্তিহে পূজিত হৈছিল। মানৰ দিনত পৰিত্যক্ত হোৱা দৌলটোৰ সেই বিষ্ণু মূৰ্তিটো ৰাজমেধিৰ ঘৰত দেখিবলৈ পোৱাৰ বিষয়ে উল্লেখ আছে। সম্প্ৰতি এই দৌলটোত কোনো মূৰ্তি নাই। ইয়াত যিটো বিষ্ণু মূৰ্তিৰ বিষয়ে পোৱা গৈছিল সেই মূৰ্তিটো মণিপুৰীয়া গোসাঁনী থানৰ বুলিহে দুই-একে মত ব্যক্ত কৰিছে। ঘুগুহা দৌলত সম্প্ৰতি শিৱৰাত্ৰি উৎসৱহে বেচ জাক্‌জমকতাৰে উদ্‌যাপিত হৈ আহিছে। স্থানীয় লোকৰ মতে প্ৰায় ১৯৫০ চনমানৰ পৰা ইয়াত শিৱৰাত্ৰি উৎসৱ পালন কৰি আহিছে। তদুপৰি ভাওনা, দৌল উৎসৱকে ধৰি বিভিন্ন পূজা-পাৰ্বণ এই দৌলত অনুষ্ঠিত হয়। এজোপা অশোক, এজোপা বেল গছ আৰু কেইজোপামান নাহৰে দ'লৰ চৌহদটোক শুৱনি কৰি ৰাখিছে।

দৌলৰ দক্ষিণ দিশে প্ৰায় ডেৰ কিলোমিটাৰ নিলগত এটা ডাঙৰ জলাশয় অৱস্থিত। কুঁৱৰী বিল নামেৰে জনাজাত এই জলাশয় পৰা হেনো ঘুগু কুঁৱৰীয়ে পানী আনিছিল।



# চণ্ডিকা দেৱালয়, ছয়গাঁও

চণ্ডিকা (দুৰ্গাৰ আন এটা নাম) দেৱী অতীজৰে পৰা জনমানসত এটা পৰিচিত নাম। ৰামায়ণ-মহাভাৰতৰ দিনৰ পৰাই চণ্ডিকা দেৱী প্ৰতিষ্ঠিত যদিও তাৰ পাছত অসমত সাৰ্থক হিচাপে পূৰ্ণৰূপত প্ৰতিষ্ঠা কৰে ৰজা চন্দ্ৰধৰ, অৰ্থাৎ, চান্দ সদাগৰে। কামৰূপ জিলাৰ ছয়গাঁৱৰ ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ উত্তৰে আধুনিক প্ৰযুক্তিৰে নিৰ্মিত আটকধুনীয়া চণ্ডিকা দেৱালয় অৱস্থিত। বুৰঞ্জীৰ তথ্যানুসৰি মূল চণ্ডিকা মন্দিৰটো আহোম স্বৰ্গদেউ শিৱ সিংহৰ দিনত ১৭২৫-২৬ চনত নিৰ্মিত।

দেৱালয়ৰ মূল বিগ্ৰহ দেৱী চণ্ডিকাৰ। বিগ্ৰহটো ওখ বেদীৰ ওপৰত স্থাপিত। নিত্য পূজাৰ উপৰি এই দেৱালয়ত প্ৰতি বছৰে দুৰ্গা পূজা আৰু চণ্ডী পূজা সমাৰোহেৰে পালন কৰা হয়। সেই সময়ত দেৱালয়ত বহু ভক্তৰ সমাগম হয়।

উল্লেখযোগ্য, বৰ্তমানৰ ছয়গাঁও অঞ্চলেই আছিল অতীজৰ চান্দ সদাগৰৰ ৰাজধানী চম্পক নগৰ। বৰ্তমান চম্পক নগৰ নাই যদিও চণ্ডিকা মন্দিৰে অতীতৰ চম্পক নগৰৰ কথা সোঁৱৰাই দিয়ে।

এতিয়াও দূৰ-দূৰণিৰ পৰা বহু তীৰ্থযাত্ৰী চণ্ডিকা দেৱালয়ৰ দৰ্শনৰ বাবে আহে।

---

সৌজন্য ঃ চয়নিকা দাস, ধূপধৰা

# চমৰীয়া সত্ৰ, বকো

সত্ৰীয়া কৃষ্টি-সংস্কৃতিৰে পৰিপূৰ্ণ এখন মহাপুৰুষীয়া ঐতিহ্যমণ্ডিত সত্ৰ হ'ল চমৰীয়া সত্ৰ। কামৰূপ জিলাৰ বকোৰ পৰা ১৩ কিলোমিটাৰ আঁতৰত চমৰীয়া গাঁৱত সত্ৰখন অৱস্থিত।

চমৰীয়াৰ প্ৰাচীন নাম আছিল গোবিন্দপুৰ। লোক বিশ্বাস অনুসৰি এবাৰ শ্ৰীকৃষ্ণই পত্নী সত্যভামাৰ সৈতে গোবিন্দপুৰলৈ আহোঁতে বটগছ এডালৰ তলত জিৰাইছিল আৰু তেতিয়াই বটগছ ডাল শ্যাম বৰণৰ হৈ পৰিছিল আৰু গছডালত নিজে নিজে এগছি বন্তি জ্বলি উঠিছিল। ঠিক তেতিয়াই শ্ৰীকৃষ্ণই শংখ এটা বজাইছিল আৰু শংখত পাঁচটা ধ্বনি উঠিছিল। এই শংখৰ ধ্বনি যিমান দূৰলৈ গৈছিল সিমান দূৰলৈকে সেই ঠাইখনৰ নাম গোবিন্দপুৰৰ পৰা সলনি হৈ চমৰীয়া হৈ পৰিছিল।

চমৰীয়া সত্ৰৰ প্ৰতিষ্ঠাপক আৰু প্ৰথম সত্ৰাধিকাৰ হৈছে বৰবিষ্ণু আতা। তেওঁৰ প্ৰকৃত নাম আছিল কংসাৰি ঠাকুৰ। মাধৱদেৱৰ শিষ্য বিষ্ণু আতাই গুৰুজনাৰ দিহা-পৰামৰ্শ মতে অতি বিতোপন প্ৰাকৃতিক সৌন্দৰ্যৰে সুশোভিত চমৰীয়া গাঁৱত এই সত্ৰখন স্থাপন কৰিছিল। দক্ষিণ কামৰূপত নৱবৈষ্ণৱ ধৰ্মৰ মহাপুৰুষীয়া ধাৰাৰ ঘাই কেন্দ্ৰ চমৰীয়া সত্ৰ।

আহোম স্বৰ্গদেউ লক্ষ্মী সিংহই চমৰীয়া সত্ৰৰ বাবে ৮০৭ বিঘা ৩ কঠা ৩ লেচা মাটি দান কৰিছিল। কিন্তু অসম চৰকাৰৰ ১৯৬৭ চনৰ চিলিং আইন মতে ৭১৯ বিঘা ৪ কঠা ৭ লেচা মাটি অধিগ্ৰহণ কৰি ৰায়তি পট্টা প্ৰদান কৰে। বৰ্তমান সত্ৰৰ সম্পূৰ্ণ মাটিকালি ৮৭ বিঘা ১ কঠা ১৬ লেচা।

কলহী নদীৰ পাৰত অৱস্থিত চমৰীয়া সত্ৰৰ চৌহদত কীৰ্তন ঘৰ, ভাঁজঘৰ, গুৰুগৃহ, মঠ, দৌলঘৰ, সভাঘৰ, বাটচ'ৰা, কেৰলীয়া হাতী, জাতিঘৰৰ উপৰি দুটা বৃহৎ পুখুৰী আছে। ভাঁজঘৰৰ ভিতৰত মণিকূটত মহাপুৰুষ মাধৱদেৱে নিজ হাতে কটা কাঠৰ এখন গুৰু আসন আৰু গুৰুজনাই নিজ হাতে লিখা 'ভক্তি-প্ৰদীপ' নামৰ সাঁচিপতীয়া পুথি এখন আছে। এই ঐতিহাসিক সম্পদ দুবিধ অক্ষয়বন্তিৰ তলত সংৰক্ষিত হৈ আছে। বৰবিষ্ণু আতাই সত্ৰ স্থাপনৰ সময়ত প্ৰজ্বলন কৰা এই



অক্ষয়বন্তি গছি চাৰিশ বছৰৰো অধিক কাল ধৰি আজিলৈকে প্ৰজ্বলিত হৈ আছে।

চমৰীয়া সত্ৰত থকা এবিধ অপূৰণীয়া সম্পদ হ'ল ৰূপ ব্ৰঞ্জমিশ্ৰিত ৰজাদিনীয়া মূৰ্তি। জনশ্ৰুতি মতে, ৰাণী ফুলেশ্বৰীৰ দিনত এই মূৰ্তিসমূহৰ সত্ৰত প্ৰৱেশ ঘটে। সত্ৰত থকা এনে মূৰ্তিৰ সংখ্যা ছয়। কাঠৰ ভাস্কৰ্যসমূহৰ ভিতৰত উল্লেখযোগ্য হ'ল চতুৰ্ভুজ মূৰ্তি এটা, হনুমানৰ মূৰ্তি এটা, হাতী-সিংহ-ময়ূৰৰ যুগল মূৰ্তি চাৰিটা, পিয়লা সদৃশ উৰাল দুটা। তদুপৰি সত্ৰ চৌহদত কেইবাটাও শিলৰ কটা ভাস্কৰ্যও আছে। স্থাপত্য আৰু ভাস্কৰ্য শিল্পৰ এই নিদৰ্শনসমূহে চমৰীয়া সত্ৰৰ ঐতিহাসিক গুৰুত্বৰ সাক্ষৰ বহন কৰিছে। ইয়াৰ উপৰি ভাওনাত ব্যৱহৃত মুখা, কিৰীটি, সাজ-পাৰ, থাল, টৌ, খৰাহী, পুথি-ঠগা, শৰাই, কলহ, চৰিয়া আদি কাঁহ-পিতলৰ সামগ্ৰী সত্ৰৰ ভঁৰালত আছে।

সোণ-ৰূপৰ আ-অলংকাৰ আৰু আন বহুখিনি সামগ্ৰীও সত্ৰত আছিল যদিও কোনো দুষ্কৃতিকাৰীয়ে নামঘৰত প্ৰতিষ্ঠিত চতুৰ্ভুজ বিগ্ৰহৰ পৰা সকলো আ-অলংকাৰ চুৰ কৰি লৈ যায়। এটা সময়ত চমৰীয়া সত্ৰৰ পুথিভঁৰালটো বিভিন্ন সাঁচিপাত, তুলাপতীয়া পুথিৰে ঠাহ খাই আছিল। বিজ্ঞানসন্মত সংৰক্ষণৰ অভাৱৰ বাবে সময়ৰ অগ্ৰগতিৰ লগে লগে ইয়াৰ বহুত পুথি-পাঁজি নষ্ট হৈ গ'ল।

সত্ৰীয়া সংস্কৃতিৰ বাহক চমৰীয়া সত্ৰত ভাওনা, খোল বাদন, বৰগীত, সত্ৰীয়া নৃত্য, নাগাৰা নাম, থিয় নাম, ওজাপালি আদি কলা-কৃষ্টিসমূহৰ নিয়মীয়া চৰ্চা আৰু পৰিৱেশন কৰা হয়। অসমৰ অন্যান্য সত্ৰৰ দৰে চমৰীয়া সত্ৰৰ প্ৰায় ৫০০ বছৰীয়া ইতিহাসেও আমাক মধ্যযুগীয়া অসমৰ সামাজিক আৰু সাংস্কৃতিক বুৰঞ্জীৰ নতুন দিগন্তৰ সন্ধেদ দিয়ে।

# চৰাইদেউ

শিৱসাগৰ নগৰৰ পৰা প্ৰায় ২৮ কিলোমিটাৰ দক্ষিণ-পূবত অৱস্থিত আহোমসকলৰ মৈদামতলী; আহোমৰ প্ৰথম ৰাজধানী চৰাইদেউ। ১২৫৩ চনত প্ৰথমজনা আহোম স্বৰ্গদেউ চ্যুকাফাই ইয়াতে আহোমৰ ৰাজধানী পাতিছিল। ইয়াতে থকা চৰাইদেউ নামৰ টিলা এটাৰ নামানুসৰি এই ঠাইডোখৰৰ নাম চৰাইদেউ হয়। চ্যুকাফাই অৱশ্যে ইয়াৰ নাম ৰাখিছিল 'চে-ৰাই-ডয়' বুলিহে। টাই ভাষাত 'চে' মানে নগৰ, 'ৰাই' মানে জিলিকি থকা আৰু 'ডয়' মানে পাহাৰ, অৰ্থাৎ, পাহাৰৰ ওপৰত জিলিকি থকা নগৰ। এই চে-ৰাই-ডয়েই পাছলৈ মুখ বাগৰি চৰাইদেউ হয়গৈ। আকৌ কোনো কোনোৰ মতে চৰাই কাটি দেও চৰোৱাৰ বাবেহে ইয়াৰ নাম চৰাইদেউ হয়। অসমৰ বুৰঞ্জীৰ এক দীৰ্ঘ ৰাজত্বৰ উজ্জ্বল স্বাক্ষৰ বহন কৰা চৰাইদেউ বুলিলে ঘাইকৈ আহোম ৰজা আৰু ৰাজবিষয়াসকলৰ বৃহদাকাৰ সমাধি মৈদামবোৰৰ কথাই মনলৈ আহে। এতিয়ালৈকে জানিব পৰামতে ইয়াত দুকুৰিজনা স্বৰ্গদেউ আৰু অসংখ্য কোঁৱৰ-কুঁৱৰীৰ মৈদাম আছে। চৰাইদেউ অসমৰ ৰাজ্যিক সংৰক্ষিত স্থানৰ অন্তৰ্গত। ইয়াৰ মৈদামবোৰৰে কেইটামানক সামৰি চৰকাৰৰ প্ৰত্নতাত্ত্বিক বিভাগে এখন উদ্যান গঢ়ি তুলি তাক পৰ্যটন স্থলৰূপে মুকলি কৰি দিছে।

প্ৰাচীন চৰাইদেউ নগৰৰ পৰিসীমা দীঘলে-পুতলে প্ৰায় ১৫-২০ কিলোমিটাৰ আছিল। দক্ষিণ-পূব নগাপাহাৰৰ সীমান্তৰ পৰা ভৈয়ামৰ এটা বহল অংশ এই নগৰে সামৰি লৈছিল। চৰাইদেউৰ উত্তৰে আৰু পূবে আছিল নিমনাগড়, দক্ষিণে লাদৈগড় আৰু পশ্চিমে ৰাজগড়। পাছত আহোম স্বৰ্গদেউ চুদাংফা (১৩৯৭-১৪০৭) বা বামুণী কোঁৱৰে আহোমৰ ৰাজধানী চৰাইদেউৰ পৰা পোনতে ঢলা নৈৰ পাৰলৈ আৰু পাছত চৰগুৱালৈ তুলি নিয়ে।

চৰাইদেউ অসমৰ ৰাজ্যিক সংৰক্ষিত স্থানৰ অন্তৰ্গত। তদুপৰি ভাৰতৰ পুৰাতত্ত্ব বিভাগে চৰাইদেউৰ মৈদামক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে।

১৯৮৩ চনৰ ১৫ আগষ্টত চৰকাৰে চৰাইদেউক শিৱসাগৰ জিলাৰ এটা মহকুমাৰূপে ঘোষণা কৰে। ইয়াৰ পাছত ২০১৫ চনৰ ১৫ আগষ্টত চৰাইদেউক এখন জিলাৰূপে ঘোষণা কৰা হয়।



# চিকন আতা থান, বোকাখাত

বোকাখাতৰ ধনশিৰিমুখ পথত অৱস্থিত এখন ঐতিহ্যপূৰ্ণ সত্ৰ চিকন আতা থান। এইখন থান কেতিয়া প্ৰতিষ্ঠা হৈছিল তাৰ সঠিক তথ্য পাবলৈ নাই। জনশ্ৰুতি অনুসৰি চিকন আতাৰ পূৰ্বপুৰুষসকল বৌতাৰ কৃষ্ণদেৱৰ পৰিয়ালৰ লোক আছিল। দ্বিতীয় মোৱামৰীয়া বিদ্ৰোহৰ সময়ত চিকন আতাৰ ককাক জনাৰ্দন দেৱে পলাই আহি বৰ্তমানৰ বিশ্বনাথ জিলাৰ চতিয়াত এখন সত্ৰ প্ৰতিষ্ঠা কৰে। চতিয়াৰ সত্ৰ পতা ঠাইৰ নাম চতিয়া ভকত গাঁও নামে জনা যায়। মৃত্যুৰ পূৰ্বে জনাৰ্দন দেৱে পুত্ৰ প্ৰাণনাথ আতাৰ হাতত সত্ৰৰ দায়িত্বভাৰ অৰ্পণ কৰি থৈ যায়। পাছত বিভিন্ন পৰিস্থিতিত তেওঁ বোকাখাত পায়হি আৰু তাতে সত্ৰ পাতে।

এই সত্ৰতে জন্মা প্ৰাণনাথ আতাৰ ঔৰসত চিকন আতাৰ জন্ম হয়। তেওঁৰ পিতৃদত্ত নাম আছিল পদ্মনাভ। দেখিবলৈ ধুনীয়া আছিল বাবেই পাছলৈ তেওঁ চিকন (চিকুণ) আতা নামেৰে জনাজাত হয়। জনশ্ৰুতি অনুসৰি পদ্মনাভৰ জন্মৰ সময়ত হেনো সত্ৰত আপোনা-আপুনি মংগল বাদ্য বাজি উঠিছিল; এক অপৰূপ চতুৰ্ভুজ মূৰ্তিয়ে দৰ্শন দিছিল। শৈশৱতে ধৰ্মশাস্ত্ৰত পাৰ্গত চিকন আতাই পিতৃৰ মৃত্যুৰ পাছত মাত্ৰ চৈধ্য বছৰ বয়সতে সত্ৰাধিকাৰৰ দায়িত্ব গ্ৰহণ কৰে। ধৰ্ম চৰ্চাকে আজীৱন ব্ৰত কৰি লোৱা চিকন আতা আছিল চিৰকুমাৰ।

সত্ৰাধিকাৰ হৈ থকা অৱস্থাতে এদিন শোৱাপাটীৰ পৰাই চিকন আতা অন্তৰ্ধান হয়। কোনোৱে তেওঁক বিচাৰি নাপালে। অৱশেষত সত্ৰৰ ভকতসকলে চিকন আতাৰ শোৱাপাটীকে দাহ কৰি আতাৰ নামত সত্ৰ প্ৰতিষ্ঠা কৰে। সেয়া আছিল ১৭৭৯ চনৰ কথা। তেতিয়াৰে পৰা চিকন আতা থান নামেৰেই ৰাইজে থানখন মানি আহিছে।

চিকন আতাৰ দিনতেই মৰিজাঁজী, চাচনি আদি ঠাইলৈও সত্ৰ বিস্তৃত হয়। বৰ্তমান অসমৰ বহু ঠাইত এই সত্ৰৰ শিষ্য আছে।

# ছত্ৰাকাৰ দেৱালয়, গুৱাহাটী

গুৱাহাটীৰ উজান বজাৰত ব্ৰহ্মপুত্ৰৰ পাৰৰ এটা টিলাত অৱস্থিত দেৱী মংগলচণ্ডীৰ মন্দিৰ ছত্ৰাকাৰ দেৱালয়। টিলাটোৰ আকৃতি ছত্ৰ, অৰ্থাৎ, ছাতিৰ দৰে হোৱা বাবে এই টিলা তথা দেৱালয়খনৰ নাম ছত্ৰাকাৰ। দেৱালয়খনৰ নামেৰে সমীপৱৰ্তী অঞ্চলটোও ছত্ৰাকাৰ নামে পৰিচিত।

আহোম স্বৰ্গদেউ কমলেশ্বৰ সিংহৰ আজ্ঞানুসাৰে কলীয়াভোমোৰা বৰফুকনে ১৭৮৫ চনৰ পৰা ১৭৯৫ চনৰ ভিতৰত এই দেৱালয় নিৰ্মাণ কৰোৱাইছিল। ইয়াৰ মূল মন্দিৰটোত দেৱী মংগলচণ্ডীৰ অষ্টধাতুৰে নিৰ্মিত বিগ্ৰহ আছে। মংগলচণ্ডীৰ নামেৰেই দেৱালয়খন ছত্ৰাকাৰ মংগলচণ্ডী দেৱালয় নামে জনাজাত। দেৱালয়ৰ কাষৰ মন্দিৰকেইটাত আছে শিৱ লিংগ আৰু বংশীগোপালৰ মূৰ্তি।

দেৱালয়খনৰ ২২৮৮ বিঘা লাখেৰাজ (খাজনা দিব নলগীয়া; নিষ্কৰ মাটি) আৰু ৪৯৫৯ বিঘা নিস্পিখেৰাজ (আধা খাজনা দিবলগীয়া মাটি) মাটি আছে। দেৱী দুৰ্গাৰ আন এটা ৰূপ মংগলচণ্ডী। বিষ্ণুৰ নিৰ্দেশত মহাদেৱে মংগলচণ্ডীৰ পৰা শক্তি লাভ কৰি ইয়াতেই ত্ৰিপুৰাসুৰক বধ কৰিছিল।

জনমানসত অতি জাগ্ৰত বুলি পূজিতা এই মংগলচণ্ডী দেৱালয়ত আমিষ, নিৰামিষ দুয়োবিধ ভোগ দেৱীক আগবঢ়োৱা হয়। দেৱালয়ত দৈনিক পূজা-পাতলৰ উপৰি ব'হাগ মাহৰ শেষ মঙলবাৰত অনুষ্ঠিত হয় মংগলচণ্ডী যজ্ঞ।



# জয় দৌল, জয়সাগৰ, শিৱসাগৰ

শিৱসাগৰৰ ওচৰৰ জয়সাগৰ পুখুৰীৰ পাৰত থকা আহোম যুগৰ এটা প্ৰসিদ্ধ মন্দিৰ। ইয়াৰ আন এটা নাম শ্ৰীকেশৱৰায় বিষ্ণু দৌল। কোনো কোনোৱে ইয়াক জয়সাগৰৰ বৰ দৌল বুলিও কয়। স্বৰ্গদেউ ৰুদ্ৰ সিংহই ১৬৯৮ চনত তেওঁৰ মাতৃ জয়মতীৰ স্মৃতিত এই দৌল নিৰ্মাণ কৰোৱাইছিল। জয় দৌল আহোম ৰাজত্বত নিৰ্মিত সকলো দৌল-দেৱালয়ৰ ভিতৰতে চকুত লগা আৰু গাঁথনিটো কট্‌কটীয়া। দৌলটোৰ বেৰত দেৱ-দেৱী, ৰং-ধেমালি কৰা দৃশ্য আদিৰ উপৰি ঘোঁৰাত উঠি থকা স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ মূৰ্তি এটাও আছে। জয় দৌলৰ শিখৰত পূৰ্বতে এটা সোণৰ কলচী আছিল। মানৰ আক্ৰমণৰ সময়ত সেই কলচী মানে খহাই লৈ গ'ল। দৌলটোৰ মাটিকালি ১ বিঘা ১২ লেচা। ভাৰতৰ পুৰাতত্ত্ব বিভাগে জয় দৌলক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে।

জয় দৌলৰ কাষতে আছে শ্ৰীসূৰ্য মন্দিৰ, গণেশ মন্দিৰ আৰু এটা পকী ভোগঘৰৰ ধ্বংসাৱশেষ। জয় দৌলসহ সমীপৱৰ্তী আন মন্দিৰত নিত্য পূজা-পাতল কৰা নহয়।

# টিকা গিৰ্জা, কাৰবি আংলং

কাৰবি আংলং জিলাৰ সদৰ ডিফুৰ পৰা প্ৰায় ৩৫ কিলোমিটাৰ পশ্চিমে ডিফু-বৈঠলাংছ' পথৰ টিকা পাহাৰত অৱস্থিত টিকা গিৰ্জা। এইটো জিলাখনৰ আটাইতকৈ পুৰণি গিৰ্জা। গিৰ্জাটো টিকা পাহাৰত সজা হৈছিল বাবে নামটোও সেই হিচাপেই থাকি গ'ল। সমুদ্ৰপৃষ্ঠৰ পৰা টিকা পাহাৰলৈ উচ্চতা ৪১৩ মিটাৰ।

অসমলৈ মিছনেৰীসকলৰ আগমন হয় ১৮৩৬ চনত। তেওঁলোকৰ প্ৰধান উদ্দেশ্য আছিল অসমৰ জৰিয়তে ম্যানমাৰ আৰু চীনত ধৰ্ম প্ৰচাৰ। পিছলৈ তেওঁলোকৰ (আমেৰিকান বেপ্টিষ্ট মিছনেৰী) এটা ঠাল নগাঁও আৰু পাছলৈ কাৰবি আংলঙলৈ আহে। সুবিধাজনক ঠাই বিচাৰি ১৮৯৭ চনত তেওঁলোক টিকা পাহাৰ পায়হি আৰু তাৰে ছজন মানুহক প্ৰথম ধৰ্মান্তৰিত কৰে। অৱশ্যে ইয়াৰ আগতে আমেৰিকান বেপ্টিষ্ট মিছনেৰীসকলে কাৰবি ভাষা শিকি সেই ভাষাত শিক্ষা প্ৰদানৰ ব্যৱস্থা কৰি স্কুল খুলিছিল। কাৰবি ভাষাত কিতাপো প্ৰকাশ কৰিছিল। সেয়ে ভাষাটোৰ উন্নতিৰ ক্ষেত্ৰত তেওঁলোকৰ অৱদান উল্লেখযোগ্য।

১৮৯৭ চনৰ সমসাময়িক সময়ছোৱাতে মজেন্দ্ৰ ৰংপী, চাৰবুঢ়া ইংতি, থেকুৰ চিং ইংতিৰ দৰে কেইজনমান স্থানীয় কাৰবি লোকৰ সহযোগত জে এম কাৰৱেল আৰু পি ই মুৰে টিকা গিৰ্জা নিৰ্মাণ কৰে। কাৰবি আংলঙৰ সকলো গিৰ্জাৰ কেন্দ্ৰস্বৰূপ গিৰ্জাটোৰ খুঁটাবোৰ লোহাৰ। প্ৰায় এশ বিছ বছৰীয়া পুৰণি গিৰ্জাটোৰ বেৰবোৰ খহি গৈছে যদিও ঘৰটোৰ কোনোধৰণৰ অনিষ্ট হোৱা নাই।

টিকা গিৰ্জাৰ ওচৰৰে আন এটা পাহাৰত জে এম কাৰৱেল, তেওঁৰ পত্নী লৌৱা এ কাৰৱেল আৰু পি ই মুৰৰ পত্নী চাৰ্লোটি পি মুৰৰ সমাধি দেখিবলৈ পোৱা যায়। বৰ্তমান এই টিকা গিৰ্জাৰ চাৰিওফালে কেইবাটাও গিৰ্জা গঢ়ি উঠিছে।



# টিলিঙা মন্দিৰ, তিনিচুকীয়া

তিনিচুকীয়া নগৰৰ পৰা ৭ কিলোমিটাৰ নিলগৰ বৰডুবিত অৱস্থিত টিলিঙা মন্দিৰ। ১৯৬৫ চনত এজন চাহ বনুৱাই এজোপা বট গছৰ তলত এটা শিৱ লিংগ উদ্ধাৰ কৰে। চাহ বাগিচাৰ মালিকে শিৱ লিংগ উদ্ধাৰ হোৱা স্থানত এটা শিৱ মন্দিৰ স্থাপনৰ যো-জা চলায় আৰু স্থানীয় ৰাইজে সেই গছজোপাৰ তলত চাকি-বন্তি জ্বলাই পূজা-অৰ্চনা কৰিবলৈ লয়। সমান্তৰালভাৱে প্ৰচাৰ হয় যে সেই স্থানত পূজা-অৰ্চনা কৰিলে মনোকামনা পূৰণ হয়।

পৰৱৰ্তী সময়ত উক্ত স্থানত চাকি-বন্তি জ্বলোৱাৰ লগতে গছজোপাত ৰঙা সূতা-কাপোৰ বন্ধা প্ৰথা প্ৰচলন হ'ল আৰু মনোবাঞ্ছা পূৰণ হোৱাৰ পাছত বট গছজোপাত টিলিঙা বন্ধা নিয়মত পৰিণত হ'ল। টিলিঙা বন্ধা ৰীতিৰ বাবেই ইয়াৰ নাম টিলিঙা মন্দিৰ হয়।

বিভিন্ন আকৃতিৰ কাঁহ, পিতল, তাম, এলুমিনিয়াম আদিৰে নিৰ্মিত অসংখ্য টিলিঙা এজোপা বিশাল বট গছ আৰু ইয়াৰ ঠাল-ঠেঙুলিবোৰত বান্ধি দিয়া আছে। বৰ্তমান অৱশ্যে ইয়াৰ চৌহদৰ নিৰ্দিষ্ট স্থানতহে টিলিঙা বান্ধিবলৈ দিয়া হয়। ইয়াত ৫০০ গ্ৰাম ওজনৰ ক্ষুদ্ৰ টিলিঙাৰ পৰা ৫৫ কিলোগ্ৰাম ওজনৰ বৃহৎ টিলিঙালৈকে বিভিন্ন আকৃতিৰ টিলিঙা চকুত পৰে।

বৰডুবিৰ উক্ত স্থানত এটি শিৱ মন্দিৰ গঢ়ি উঠিছে। ইয়াত শিৱ পূজা নিয়মীয়াকৈ হয় আৰু সোমবাৰে ভক্তৰ ভিৰ বৃদ্ধি পায়। মন্দিৰটোক কেন্দ্ৰ কৰিয়েই অঞ্চলটোত নানা ব্যৱসায়িক প্ৰতিষ্ঠানো গঢ় লৈ উঠিছে।

টিলিঙা মন্দিৰ বৰ্তমান তিনিচুকীয়া জিলাৰ অন্যতম পৰ্যটক আকৰ্ষণৰ স্থল। মন্দিৰটো দৰ্শনৰ বাবে নিতৌ বহু তীৰ্থযাত্ৰী তথা ভ্ৰমণকাৰীৰ ইয়াত সমাৱেশ হয়।

# টুক্ৰেশ্বৰী দেৱালয়, কৃষ্ণাই

গোৱালপাৰা নগৰৰ পৰা প্ৰায় ২৪ কিলোমিটাৰ দক্ষিণ-পূবে আৰু কৃষ্ণাইৰ পৰা তিনি কিলোমিটাৰ পশ্চিমে টুক্ৰেশ্বৰী পাহাৰত অৱস্থিত এক শক্তিপীঠ টুক্ৰেশ্বৰী দেৱালয়। জনশ্ৰুতি অনুসৰি এই পাহাৰতে সতীৰ দেহৰ কোনো এটুকুৰা (কোনো কোনোৰ মতে সতীৰ জিভা) পৰিছিল। 'টুকুৰা' শব্দৰ পৰাই এই পীঠস্থানৰ নাম টুক্ৰেশ্বৰী হ'ল বুলি জনশ্ৰুতিয়ে কয়। আন এক প্ৰবাদমতে এই অঞ্চলতে টুকুৰা নামৰ এজন গৰখীয়া আছিল। তেওঁ সদায় টুক্ৰেশ্বৰী পাহাৰৰ আশে-পাশে গৰু চৰাইছিল। তেওঁ চৰাই থকা গৰুজাকৰ পৰাই নিতৌ এজনী গাই সংগোপনে পাহাৰলৈ উঠি গৈ এখন চোতাল যেন বৃহৎ শিল এচটাৰ এডোখৰ নিৰ্দিষ্ট স্থানত নিজ ওহাৰৰ পৰা গাখীৰ ঢালি দিছিল। এদিন টুকুৰাই গাইজনীৰ এই কাণ্ড ধৰা পেলায়। ঘটনাটো দেখি টুকুৰা হতভম্ব হ'ল আৰু অৱশেষত এই সকলো কথা বিজনীৰ ৰজাৰ ওচৰত বিৱৰি ক'লেগৈ। ৰজাই কিন্তু টুকুৰাৰ কথা বিশ্বাস নকৰিলে। হতাশ হৈ তেওঁ উভতি আহিল। ইয়াৰ কিছুদিনৰ পাছত ৰজাই সপোনত নিৰ্দেশ পালে যে সেই পাহাৰত এটা মন্দিৰ সাজি পূজা কৰিব লাগে। সেই অনুসৰি ৰজাই তাত মন্দিৰ সাজি পূজা-সেৱাৰ ব্যৱস্থা কৰিলে। গৰখীয়া টুকুৰাৰ নাম অনুসৰি এই মন্দিৰৰ নাম ৰখা হয় টুক্ৰেশ্বৰী।

নিত্য পূজাৰ উপৰি ইয়াত দুৰ্গা পূজা আৰু বাসন্তী পূজা সমাৰোহেৰে পালন কৰা হয়। পূজাৰ সময়ত বলি-বিধানৰো পৰম্পৰা আছে। টুক্ৰেশ্বৰী পাহাৰত থকা অসংখ্য বান্দৰে দৈনিক ইয়াৰ প্ৰসাদ আৰু ভোগ গ্ৰহণ কৰে। বান্দৰৰ দলপতিটোৱে প্ৰসাদ গ্ৰহণ নকৰালৈকে বাকীবোৰে নাখায়। অৱশ্যে এই প্ৰথা প্ৰায় নোহোৱা হৈ আহিছে।



# ঢেঁকীয়াখোৱা বৰনামঘৰ, যোৰহাট

যোৰহাট নগৰৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ পূবত মহাপুৰুষ মাধৱদেৱে প্ৰতিষ্ঠা কৰা প্ৰসিদ্ধ নামঘৰ ঢেঁকীয়াখোৱা বৰ নামঘৰ। প্ৰাপ্ত তথ্যমতে ১৫২৮ চনত (১৪৫০ শক) মহাপুৰুষ মাধৱদেৱে এই নামঘৰ প্ৰতিষ্ঠা কৰিছিল। প্ৰবাদ অনুসৰি মহাপুৰুষ মাধৱদেৱে এই অঞ্চলৰে এহাল ভিক্ষাৰী বুঢ়া-বুঢ়ীৰ ঘৰত ঢেঁকীয়া শাকৰ আঞ্জাৰে ভাত খাই বৰ তৃপ্তি পাইছিল। সেই ঢেঁকীয়া খোৱাৰ পৰাই এই নামঘৰটোৰ লগতে অঞ্চলটোৰ নাম ঢেঁকীয়াখোৱা হয়। মহাপুৰুষ জনাই সেই ঠাই ত্যাগ কৰাৰ কিছুদিনৰ পাছত বুঢ়া-বুঢ়ীহালৰ মৃত্যু হোৱাত ৰাইজে সেই ঠাইতে এটা খেৰ-বাঁহৰ নামঘৰ সাজি বুঢ়া নামঘৰ নাম দিলে আৰু প্ৰত্যেক বছৰৰ ভাদ মাহত গুৰুজনাৰ আৰ্হিৰে পালনাম গাবলৈ ধৰিলে। এসময়ত কাঠ-বাঁহেৰে নিৰ্মিত এই নামঘৰেই কালক্ৰমত আটকধুনীয়া ঢেঁকীয়াখোৱা বৰ নামঘৰ হিচাপে প্ৰখ্যাত হয়।

মহাপুৰুষজনাই এই স্থানতে এগছি মাটিৰ চাকি জ্বলাইছিল, যিগছি চাকি সুদীৰ্ঘ ৪৯০ বছৰ তেল-শলিতা দি ধৰ্মপ্ৰাণ ৰাইজে জ্বলাই ৰাখিছে। একেৰাহে জ্বলি থকা মাটিৰ চাকিৰ ক্ষেত্ৰত ই বিশ্ব ৰেকৰ্ড। এই অভিলেখ 'ইণ্ডিয়া বুক অৱ্ ৰেকৰ্ডছ'ত অন্তৰ্ভুক্ত হৈছে।

নামঘৰটোৰ মুঠ মাটিকালি ১১ বিঘা। প্ৰতিবছৰৰ ভাদ মাহত ইয়াত চাৰি প্ৰসংগীয়া পালনাম অনুষ্ঠিত হয়; অগণন ভক্তৰো সমাৱেশ ঘটে। সেয়ে ভাদ মাহত ঢেঁকীয়াখোৱা বৰ নামঘৰ মৰ্ত্যৰ বৈকুণ্ঠপুৰীলৈ পৰিণত হয় বুলি লোকবিশ্বাস প্ৰচলিত। ইতিহাসপ্ৰসিদ্ধ এই নামঘৰ পৰিচালনাৰ বাবে এখন পৰিচালনা সমিতি আছে। ১৯৫৯ চনত স্থাপিত সমিতিখনে নামঘৰটোৰ উন্নয়নৰ বাবে ভালেমান কাৰ্যসূচী গ্ৰহণ আৰু ৰূপায়ণ কৰিছে। এই নামঘৰ সম্পৰ্কে নানান জনশ্ৰুতি স্থানীয় ৰাইজৰ মাজত প্ৰচলিত। এবাৰ ৰাইজে চিন্তা কৰিলে যে নামঘৰটো সৰল কাঠৰ খুঁটাৰে নিৰ্মাণ কৰিব। কিন্তু কি আচৰিত, ৰাইজৰ সেই ইচ্ছা পূৰণ কৰি ব্ৰহ্মপুত্ৰই এডাল প্ৰকাণ্ড সৰল কাঠ আনি দিহা জানেদি নামঘৰৰ কাষত লগাই দিলেহি। আকৌ এবাৰ নামঘৰৰ ওপৰলৈ হাউলি পৰা বৰগছৰ প্ৰকাণ্ড ডাল এটাক লৈ ৰাইজ চিন্তিত হ'ল ডালটোৱে নামঘৰৰ অনিষ্ট কৰিব বুলি। কিন্তু আশ্চৰ্যজনক কথা এই যে ৰাইজে কথাটো আলোচনা কৰাৰ দিনাই নিশা ডালটো ভাগি নামঘৰৰ বিপৰীত দিশত পৰি ৰ'ল। এনেবোৰ জনশ্ৰুতিয়ে নামঘৰটোক এক মহিমাময় ঐশ্বৰ্যত পৰিণত কৰিছে।

# তলাতল ঘৰ, জয়সাগৰ, শিৱসাগৰ

শিৱসাগৰ চহৰৰ পৰা ৬ কিলোমিটাৰ দূৰৈৰ জয়সাগৰত অৱস্থিত আহোম ৰাজত্বৰ ৰাজকাৰেং তলাতল ঘৰ। ১৭৬৫ চনত আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই (ৰাজত্বকাল ১৭৫১-১৭৬৯) তলাতল ঘৰটো নিৰ্মাণ কৰোৱাইছিল। সাত মহলীয়া অদ্ভুত কৌশলৰ এই ৰাজকাৰেংটোৰ মাটিৰ ওপৰত চাৰি মহলা আৰু মাটিৰ তলত তিনি মহলা আছে। কাৰেংটোৰ মাটিৰ তলত, অৰ্থাৎ, পাতালত তিনি মহলা থকা বাবেই ইয়াৰ নাম তলাতল ঘৰ হ'ল বুলি বুৰঞ্জীবিদসকলে মত পোষণ কৰিছে। কোনো কোনোৰ মতে ইয়াত এবাৰ সোমালে পাট-পথ চিনি নাপাই ওলাই আহিবলৈ টান, অৰ্থাৎ, পথৰ তলা-নলা পোৱা নাযায়, যেন বিভ্ৰান্তি নিকুঞ্জহে! সেয়েহে ইয়াৰ নাম তলাতল ঘৰ।

নামৰ ব্যুৎপত্তিগত অৰ্থ যিয়েই নহওক, তলাতল ঘৰটো যে অদ্ভুত কৌশলেৰে নিৰ্মিত ঘৰ তাত সন্দেহ নাই। তলাতল ঘৰৰ প্ৰতিটো কোঠাৰ উপৰিভাগ বা মূধচ ধেনুভিৰীয়াকৈ নিৰ্মিত; ফলত তাৰ ওপৰত যে আৰু এনেধৰণৰ কোঠা আছে ধৰিব নোৱাৰি। সেইদৰে আগতে ইয়ালৈ নহা মানুহ তলাতল ঘৰটোত সোমাই তললৈ যাব খুজিলে ওপৰলৈ আৰু ওপৰলৈ যাব খুজিলে তলত ওলাব লগা হয়। কাৰেংটোৰ যিমানে ভিতৰলৈ যোৱা হয়, সিমানে কোঠাৰ দুৱাৰ মুখবোৰ চাপৰ আৰু ঠেক। এনে অদ্ভুত কৌশলৰ ঘৰ ভাৰতৰ ভিতৰত এইটোৱেই একমাত্ৰ।

তলাতল ঘৰটোক আৱৰি ইটা আৰু মাটিৰে সজা তিনিটা গড় আছে। এই গড় তিনিটাৰ নাম ৰাজগড়, মাজগড় বা ভিতৰগড় আৰু টোলৰ গড়। ৰাজকাৰেংটোৰ বিভিন্ন অংশক বৰ বাটচ'ৰা, চটাই চ'ৰা, খলা, ভিতৰুৱাল ফুকনৰ চ'ৰা, ন্যায়সোধা ফুকনৰ চ'ৰা, গন্ধীয়া ঘৰ, বৰ চ'ৰা আদি নামেৰে জনা যায়। ইয়াৰে কেইবাটাও অংশৰ অৱশ্যে ভগ্নাৱশেষহে ৰৈছেগৈ আৰু কোনো কোনো অংশ নিশ্চিহ্ন হৈছে।

তলাতল ঘৰটোৰ মাটিৰ তৃতীয় মহলাৰ পৰা প্ৰায় আঢ়ৈ কিলোমিটাৰ দীঘল এটা সুৰংগ দিখৌ নৈত লাগিছিলগৈ বুলি বুৰঞ্জীয়ে কয়। ইংৰাজৰ দিনত সুৰংগটো বন্ধ কৰি দিয়া হয়। বুৰঞ্জীৰ তথ্য মতে ইংৰাজৰ বিৰুদ্ধে সংগ্ৰাম চলোৱা চিকণ



ঢেকিয়াল ফুকন নামৰ বিদ্ৰোহী এজনে ইংৰাজৰ চকুত ধূলি মাৰিবৰ বাবে ছদ্মবেশেৰে এই সুৰংগতে আশ্ৰয় লৈছিল। কিন্তু সুৰংগত প্ৰৱেশ কৰা ইংৰাজ সেনাৰ হাতত তেওঁ ধৰা পৰে। দুয়োপক্ষৰ মাজত গুলীয়াগুলী হয়। কেইজনমান ইংৰাজ সৈন্য সুৰংগৰ ভিতৰত প্ৰৱেশ কৰে যদিও ওলাই আহিবলৈ বাট বিচাৰি নাপাই তাতে মৃত্যুমুখত পৰে। ইফালে বাহিৰত ৰৈ থকা সৈন্যসকলে কেইবাদিনো অপেক্ষা কৰিও একো উৱাদিহ নাপাই তলাতল ঘৰৰ তলৰ তিনিমহলাৰ লগতে সুৰংগটোও পুতি পেলায়। বহু অনুসন্ধানৰ পাছতো বৰ্তমান সুৰংগটোৰ একো সন্ধান ওলোৱা নাই।

মানৰ আক্ৰমণ, ইংৰাজৰ শাসন আৰু কালৰ কৰাল গ্ৰাসত পৰি তলাতল ঘৰৰ ভগ্নাৱশেষহে এতিয়া আছেগৈ। তথাপি ই শিৱসাগৰ তথা অসমৰ অন্যতম পৰ্যটক আকৰ্ষক স্থান।

তলাতল ঘৰৰ মাটিকালি ৩ বিঘা ১ কঠা ৬ লেচা আৰু চৌপাশৰ গড়কেইটাৰ মাটিকালি ৪১ বিঘা ১ কঠা ১০ লেচা।

ভাৰতৰ পুৰাতত্ত্ব বিভাগে তলাতল ঘৰক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে। একেদৰে তলাতল ঘৰ অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

# তাম্ৰেশ্বৰী মন্দিৰ, শদিয়া

শদিয়াৰ চপাখোৱাৰ পৰা প্ৰায় ৩০ কিলোমিটাৰ উত্তৰ-পূবত ঢল নদীৰ পাৰত এসময়ত তাম্ৰেশ্বৰী মন্দিৰ আছিল। প্ৰবাদ মতে এই মন্দিৰৰ চালখন আছিল তামৰ। এই তামৰ চালৰ পৰাই দেৱীৰ নাম তাম্ৰেশ্বৰী (তামৰ আই) আৰু মন্দিৰটোৰ নাম তাম্ৰেশ্বৰী মন্দিৰ (তামৰ দেওঘৰ) হয়। মন্দিৰটোৰ নামকৰণ সম্পৰ্কে অৱশ্যে আৰু দুটামান মত পোৱা যায়।

আদিতে তাম্ৰেশ্বৰী মন্দিৰৰ পূজাৰী আছিল দেউৰীসকল। ইয়াৰ আৰাধ্য দেৱীক কেঁচাইখাতী গোসাঁনী বোলা হৈছিল আৰু এই জয়াল দেৱীৰ সন্তুষ্টিৰ অৰ্থে তেওঁলোকে নৰবলি দিছিল বুলি প্ৰবাদ আছে। চুতীয়া ৰজা নীতিপালক পৰাস্ত কৰি যেতিয়া আহোমে শদিয়া ৰাজ্য অধিকাৰ কৰিছিল, তেতিয়ালৈকে দেউৰীসকল শদিয়াতে আছিল। স্বৰ্গদেউ গৌৰীনাথ সিংহৰ (১৭০২-১৭১৭) পূৰ্বৰ সকলো আহোম ৰজাই ৰাজপুৰোহিত হিচাপে দেউৰীসকলক সসন্মানেৰে ৰাজসভাত উচ্চ আসন দিছিল। কিন্তু গৌৰীনাথ সিংহই দেউৰীসকলৰ পৰম্পৰাগতভাৱে চলি অহা নৰবলি প্ৰথা বন্ধ কৰে। প্ৰবাদ আছে যে দেউৰীসকলৰ নৰবলি প্ৰথা বন্ধ কৰাৰ পৰাই আহোম ৰাজ্যত গৃহকন্দল আৰম্ভ হয়।

তাম্ৰেশ্বৰী মন্দিৰ প্ৰতিষ্ঠাৰ সঠিক সময় জনা নাযায়। বুৰঞ্জীবিদসকলৰ মতে অসমৰ ঐতিহাসিক যুগৰ বহু আগতে এই মন্দিৰ প্ৰতিষ্ঠা কৰা হৈছিল। কালৰ সোঁতত মন্দিৰটো ক্ষতিগ্ৰস্ত হোৱাত পঞ্চদশ শতিকাত সম্ভৱতঃ চুতীয়াসকলে ইয়াক পুনৰ্নিৰ্মাণ কৰে। দেউৰীসকল আছিল ইয়াৰ ঘাই পুৰোহিত। আদিতে তাম্ৰেশ্বৰী পীঠৰ ওপৰত এটা শৈল মন্দিৰ সজা হৈছিল আৰু পীঠৰ নাম দিয়া হৈছিল দিক্কৰবাসিনী। উল্লেখযোগ্য, শদিয়াৰ সমীপতে আছে দিক্ৰংপানী বা দিকৰ নদী। এই দিকৰ নদীৰ পাৰত বাস কৰা বাবে দেৱীৰ নাম দিক্কৰবাসিনী। এই দেৱী একজঁটা, উগ্ৰতাৰা বা তীক্ষ্ণকান্তা নামেৰেও পৰিচিত।



১৭৯৩ চনত এদল খামতি বিদ্ৰোহীয়ে মন্দিৰটো লুটপাত কৰাৰ লগতে মন্দিৰৰ বৰদেউৰীক হত্যা কৰে। এই ঘটনাত দেউৰীসকল ভয়তে পলাই যায় আৰু পৰিণতিত তাম্ৰেশ্বৰী মন্দিৰ পৰিত্যক্ত হৈ ৰয়। আনুমানিক ঊনবিংশ শতিকাত প্ৰাকৃতিক দুৰ্যোগত এই মন্দিৰ সম্পূৰ্ণৰূপে ধ্বংসপ্ৰাপ্ত হয়। মন্দিৰটো পৰিত্যক্ত হোৱা বাবে ইয়াৰ ওপৰত গজি উঠা জোপোহা হাবি আৰু ডাঙৰ ডাঙৰ গছে তাম্ৰেশ্বৰী মন্দিৰক ধ্বংসস্তূপত পৰিণত কৰে।

বৰ্তমান আগৰ মন্দিৰৰ চিন-মোকাম নাই যদিও সেই স্থানত এটা সৰু মন্দিৰত সাধাৰণভাৱে পূজা-অৰ্চনা চলে। ইয়েই বৰ্তমান শদিয়াৰ কেঁচাইখাতী মন্দিৰ। এই মন্দিৰ আজিও অতি জাগ্ৰত বুলি জনমানসত বিশ্বাস প্ৰচলিত। ভক্তি সহকাৰে, একান্তমনে প্ৰাৰ্থনা কৰিলে সকলো মনোবাঞ্ছা পূৰ্ণ হয় বুলি ভক্তসকলে বিশ্বাস কৰে। এই বিষয়ে নানান কাহিনী, জনশ্ৰুতি আদিও স্থানীয়ভাৱে প্ৰচলিত।

# দ'দান থান, আগিয়া, গোৱালপাৰা

গোৱালপাৰা জিলাৰ আগিয়াৰ পৰা ২০ কিলোমিটাৰমান দক্ষিণ-পশ্চিমে অসম-মেঘালয়ৰ সীমাৰ বাইদাত অৱস্থিত ৰাভাসকলৰ শৈৱ উপাসনাৰ স্থান দ'দান থান। থানখনৰ সম্পূৰ্ণ নাম শ্ৰীশ্ৰীৰিছি আশ্ৰিত দ'দান থান। ৰাভাসকলে শিৱক ৰিছি বুলি কয়।

জনশ্ৰুতি অনুসৰি ৰাভাসকলৰ প্ৰথম ৰজা আছিল দ'দান। শিৱৰ একান্ত ভক্ত প্ৰৱল পৰাক্ৰমী বীৰ দ'দান হেনো প্ৰথমতে আছিল শোণিতপুৰৰ বাণ ৰজাৰ সেনাপতি, কোনো কোনোৰ মতে বাণ ৰজাৰ ভাগিনীয়েক।

বিখ্যাত হৰি-হৰৰ যুদ্ধত দ'দান আহত হয় আৰু শোণিতপুৰ ত্যাগ কৰি দক্ষিণলৈ আহি এই অঞ্চলতে ৰাজ্য স্থাপন কৰে। ৰজা দ'দানৰ সেনাপতি আছিল আন এজন ৰাভা বীৰ মাৰুক্ষেত্ৰী।

শিৱভক্ত দ'দানেই বাইদাত স্থাপন কৰে এই থান। দ'দান যিহেতু শিৱভক্ত আছিল, সেয়ে ৰাভাসকলে শিৱক (ৰিছি) তেওঁলোকৰ এজন প্ৰধান দেৱতাৰূপে পূজা কৰে। থানখনৰ নামৰ লগতো সেয়ে দ'দান নামটো যুক্ত কৰি শ্ৰীশ্ৰীৰিছি আশ্ৰিত দ'দান থান কৰা হৈছে। বীৰ দ'দানক লৈ নানান কাহিনী ৰাভাসকলৰ মাজত প্ৰচলিত। শিৱভক্ত দ'দানক হেনো আৰাধনাৰ সময়ত এটা হাতীয়ে আমনি কৰিছিল। দ'দানে একে ভুকুৱেই হাতীটোক সিফলীয়া কৰিছিল। এই অঞ্চলত দেখা পোৱা হাতী আকৃতিৰ এটা শিলকেই দ'দানে বধ কৰা হাতীটো বুলি বিশ্বাস প্ৰচলিত।

প্ৰতিবছৰে ফাগুনৰ শুক্লা অষ্টমীৰ পৰা দশমীলৈকে এই থানত সমাৰোহেৰে এখন মেলা অনুষ্ঠিত হয়। দ'দান মেলা নামেৰে প্ৰখ্যাত এই মেলা ১৯৭১চনৰ পৰা ৰাভাসকলে উলহ-মালহেৰে জাতীয় উৎসৱৰূপে পালন কৰি আহিছে। এই মেলাত শিৱৰ (ৰিছি) পূজা-অৰ্চনাৰ লগতে বীৰ ৰজা দ'দান আৰু তেওঁৰ সেনাপতি মাৰুক্ষেত্ৰীলৈ শ্ৰদ্ধা তৰ্পণ কৰা হয়। বহু লোকৰ সমাগমত মেলাৰ সময়ত নৃত্য-গীত, চাৰ্কাছ, চিনেমা, মীনা বজাৰ আদিৰে মুখৰিত হৈ উঠে দ'দান থান।



# দক্ষিণপাট সত্ৰ, মাজুলী

মাজুলীত অৱস্থিত এখন প্ৰাচীন সত্ৰ দক্ষিণপাট। প্ৰসিদ্ধ চাৰি ৰাজসত্ৰৰ (আউনীআটী, দক্ষিণপাট, গড়মূৰ , কুৰুৱাবাহী) ভিতৰত দক্ষিণপাট অন্যতম। কোচবিহাৰৰ বৈকুণ্ঠপুৰ সত্ৰৰ বৈষ্ণৱ সাধক বনমালী দেৱে ১৬৫৪ চনত এই সত্ৰ প্ৰতিষ্ঠা কৰিছিল। পোনতে এই সত্ৰৰ নাম আছিল বৈকুণ্ঠপুৰ। পাছত ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰলৈ সত্ৰ স্থানান্তৰ হয় বাবে ইয়াৰ নাম দক্ষিণপাট সত্ৰ হয়। এই সত্ৰৰ প্ৰতিষ্ঠাতা বনমালী দেৱৰ ওচৰত আহোম স্বৰ্গদেউ জয়ধ্বজ সিংহই শৰণ লৈছিল। এই সত্ৰত শৰণ লোৱা আন কেইজনমান ৰজা হ'ল কোচ ৰজা প্ৰাণনাৰায়ণ, দৰঙৰ ৰজা মহীধৰ নাৰায়ণ, আহোম স্বৰ্গদেউ চক্ৰধ্বজ সিংহ, উদয়াদিত্য সিংহ, ৰত্নধ্বজ সিংহ ওৰফে ল'ৰাৰজা, কছাৰী ৰজা কৃষ্ণচন্দ্ৰ আদি। বনমালী দেৱে সত্ৰ স্থাপনৰ সময়ত কোচবিহাৰৰ বৈকুণ্ঠপুৰ সত্ৰত পূজিত যাদৱৰায় বিগ্ৰহ আৰু পৰম্পৰাগতভাৱে প্ৰাপ্ত দামোদৰ দেৱৰ দ্বাৰা পূজিত শালেগ্ৰাম আনি এই সত্ৰত প্ৰতিষ্ঠা কৰে।

এই সত্ৰত সংৰক্ষিত আন ঐতিহাসিক সম্পদসমূহৰ ভিতৰত কেবাশবছৰীয়া পুৰণি পাঁচ শতাধিক সাঁচিপাতৰ পুথি, মহাপুৰুষ দুজনাৰ সচিত্ৰ বৰগীতৰ পুথি, দশাৱতাৰ খোদিত ৰূপৰ লাখুটি, সোণ আৰু ৰূপমিশ্ৰিত ৰাসত ব্যৱহাৰ কৰা কৃষ্ণ-বলোৰামৰ মুকুট, মণিৰাম দেৱানৰ মলাধপাত খুন্দা শিলৰ খুন্দনা আদি উল্লেখযোগ্য। দক্ষিণপাট সত্ৰৰ ৰাসোৎসৱৰ বিশেষ সুখ্যাতি আছে। গীত-নৃত্য, ওজা-ওজাপালি আদি সাংস্কৃতিক দিশতো দক্ষিণপাট সত্ৰৰ অৱদান উল্লেখযোগ্য। এই সত্ৰৰ কেইখন-মান শাখা সত্ৰ হ'ল কলাবাৰী, বালিপাৰা, ডিপোটা, দক্ষিণপাট গৃহস্থী সত্ৰ, চটাই সত্ৰ, শান্তি আশ্ৰম, বেলতলা, শদিয়া সত্ৰ আদি।

# দিনজয় মায়ামৰা সত্ৰ, চাবুৱা

ডিব্ৰুগড় জিলাৰ চাবুৱাৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ উত্তৰে অৱস্থিত দিনজয় মায়ামৰা সত্ৰ। মটকসকলৰ নেতা মতিবৰ বৰসেনাপতিৰ উদ্যোগ তথা সহযোগত এই সত্ৰ প্ৰতিষ্ঠা হয় ১৮৩৭ চনত।

কাল সম্প্ৰদায় (কাল সংহতি) নামৰ মহাপুৰুষীয়া উপ সম্প্ৰদায়ৰ প্ৰতিষ্ঠাতা গোপাল আতাৰ (১৫৪১-১৬২১) অন্যতম শিষ্য অনিৰুদ্ধ দেৱে লখিমপুৰৰ বিহপুৰীয়াৰ নাহৰআটীৰ মোৱামৰা বিলৰ পাৰত সত্ৰ পাতি শিষ্যসকলক ধৰ্মীয় শিক্ষা দি ধৰ্ম প্ৰচাৰ কৰিছিল। ইয়াতেই গুৰুজনাৰ মৃত্যু হয়। পাছত সত্ৰখন খুটীয়াপোতালৈ আনি মায়ামৰীয়াৰ ঘাই সত্ৰ প্ৰতিষ্ঠা কৰা হয়। মায়ামৰাৰ নৱম অধিকাৰ অষ্টভুজৰ দিনত নদীৰ খহনীয়াৰ বাবে সত্ৰখন তাৰ পৰা নি নপামত স্থাপন কৰেগৈ। কিন্তু সেই সময়তে মোৱামৰীয়া বিদ্ৰোহে মূৰ দাঙি উঠে। অসংখ্য মায়ামৰীয়া প্ৰজাৰ মৃত্যু হয়। অষ্টভুজ নিৰুদ্দেশ হয়। চৈধ্য বছৰ সত্ৰৰ ধৰ্মাসন শূন্য হৈ থাকে।

স্বৰ্গদেউ গৌৰীনাথ সিংহৰ দিনত পীতাম্বৰ চন্দ্ৰদেৱ সত্ৰাধিকাৰ হয়। পুনৰবাৰ ৰাজবিদ্ৰোহত (মোৱামৰীয়াৰ তৃতীয় বিদ্ৰোহ) সত্ৰৰ বিঘিনি ঘটে। তাৰ পাছতে মানৰ আক্ৰমণ। গোসাঁই প্ৰভুৱে পলাই গৈ মাজুলীৰ সত্ৰত আশ্ৰয় ল'ব লগা হয়। সেই সময়ত মায়ামৰীয়াৰ গোসাঁই আছিল ভক্তানন্দ। পুৰন্দৰ সিংহৰ দিনত ভক্তানন্দই শিষ্য সহিতে বৰ্তমান যোৰহাটৰ মালৌৰ বৰভেটিলৈ আহে। তাৰ পৰাই পাছত মতিবৰ বৰসেনাপতিয়ে গোসাঁইক মাতি আনি দিনজানত সত্ৰ পাতি দিয়ে। এয়ে দিনজয় মায়ামৰা সত্ৰ। বিদ্ৰোহৰ ফলত মূল মায়ামৰা সত্ৰৰ বিস্তৰ ক্ষতিসাধন হ'লেও এই সত্ৰৰ কিন্তু অৱস্থা বেছ ভাল। ইয়াৰ ২৫০০ বিঘা নিষ্পিখেৰাজ (আধা খাজনা দিবলগীয়া) ভূমি আছিল। সত্ৰখনৰ শিষ্যৰ সংখ্যাও যথেষ্ট বেছি।



# দীৰ্ঘেশ্বৰী দেৱালয়, উত্তৰ গুৱাহাটী

ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰৰ দেৱালয়, মঠ-মন্দিৰসমূহৰ ভিতৰত উত্তৰ গুৱাহাটীৰ শ্ৰীশ্ৰী দীৰ্ঘেশ্বৰী দেৱালয় অন্যতম। মহৰ্ষি মাৰ্কণ্ডেয়ৰ আশ্ৰমৰূপে খ্যাত এই দেৱালয় ব্ৰহ্মপুত্ৰ আৰু মংগলাৰ (বৰনদী) সংগমস্থলীত থকা নীলাচল কুণ্ডত অৱস্থিত।

দীৰ্ঘেশ্বৰীৰ দেৱীকুণ্ড গুপ্ত কুণ্ড বাবে ই গুপ্ত কামাখ্যা নামেৰেও পৰিচিত। প্ৰবাদ আছে যে দীৰ্ঘেশ্বৰীত সতীৰ উৰুখণ্ড পৰিছিল। মানৱদেহৰ শক্তিৰ মূল ভিত্তি উৰু। গতিকে শক্তি সাধকসকলৰ বিশ্বাস যে আন শক্তি তীৰ্থ দৰ্শন কৰি দীৰ্ঘেশ্বৰী দেৱালয় দৰ্শন নকৰিলে শক্তি সাধনাই সিদ্ধি নাপায়। সেয়ে হয়তো কামাখ্যালৈ অহা বহু তান্ত্ৰিকৰ দীৰ্ঘেশ্বৰী দেৱালয়লৈ আগমন ঘটে।

বুৰঞ্জীৰ মতে ১৭৩৭ চনত স্বৰ্গদেউ শিৱ সিংহই দেৱালয়খনৰ ভগ্নাৱশেষ উদ্ধাৰ কৰি ইয়াৰ পুনৰ নিৰ্মাণ কৰে। তেওঁৰ উদ্যোগতেই সুদূৰ বংগৰ পৰা হলিৰাম ভট্টাচাৰ্য নামৰ ব্ৰাহ্মণ এজনক পৰিয়ালসহ এই পীঠস্থানত পূজা-পাতল কৰাৰ বাবে অনা হয় আৰু বৰ্তমানেও এই পৰিয়ালেই বংশানুক্ৰমে দীৰ্ঘেশ্বৰী মন্দিৰৰ মূল দলৈ বা পুৰোহিত।

এই দেৱালয়ৰ চাৰিওফালে বিভিন্ন ধৰ্মাৱলম্বী লোকে বাস কৰি আছে। সকলো ধৰ্মৰ লোকেই মা ভগৱতীৰ প্ৰতি ভক্তি প্ৰদৰ্শন কৰে। কোনো কোনোৰ বাবে দীৰ্ঘেশ্বৰী  মা দীৰ্ঘেশ্বৰী, গাৰোসকলৰ বাবে গোসাঁনী, বিষ্ণুভক্তৰ বাবে বৈষ্ণোদেৱী নাৰায়ণী, ৰাম-ভক্তৰ বাবে সীতা মহাকালী, জ্যোতিষ শাস্ত্ৰৰ মংগলাদেৱী, শনিৰ ইষ্ট দেৱতা দক্ষিণা কালী, শীতলাৰ কৰুণা ক্ষেত্ৰ শক্তিপীঠ দীৰ্ঘেশ্বৰী, ব্যাঘ্ৰ পূজকসকলৰ বাবে বাঘ্ৰেশ্বৰী, জৈনসকলৰ বাবে জয় মাতা দি, হিন্দু-বৌদ্ধ উভয়ৰে বাবে ব্ৰজযোগিনী সিদ্ধসেনী।

ভাৰতৰ প্ৰখ্যাত পুৰাতত্ত্ববিদ প্ৰধান কৌৰেৰ মতে, দীৰ্ঘেশ্বৰী অতি প্ৰাচীন ক্ষেত্ৰ। এই পীঠস্থানখনৰ মন্দিৰৰ নিৰ্মাণশৈলী প্ৰাচীন কলিংগ দেশৰ মঠ-মন্দিৰৰ দৰে।

এই পীঠস্থানখনৰ চাৰিওফালে সিঁচৰতি হৈ থকা অসংখ্য খোদিত মূৰ্তিয়েও গুপ্ত, কোঁচ আৰু আহোম যুগৰ স্থাপত্যৰ চানেকিকে বহন কৰি আহিছে।

দীৰ্ঘেশ্বৰী দেৱালয় অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

# দৌল গোবিন্দ মন্দিৰ, উত্তৰ গুৱাহাটী

উত্তৰ গুৱাহাটীৰ চন্দ্ৰভাৰতী পাহাৰত অৱস্থিত কৃষ্ণ মন্দিৰ দৌল গোবিন্দ। এই মন্দিৰৰ উৎপত্তি সম্বন্ধে এটা কাহিনী আছে। ইংৰাজৰ দিনত শাসন পৰিচালনাৰ বাবে স্থানীয় কিছু অভিজাত সম্প্ৰদায়ৰ হাতত শাসনৰ কিছু দায়িত্ব অৰ্পিত হৈছিল। ইয়াৰে নলবাৰী অঞ্চলৰ সদৰামীনৰ দায়িত্ব দিছিল গৰ্গৰাম বৰুৱাৰ ওপৰত। গৰ্গৰাম বৰুৱা আছিল পণ্ডিত আনন্দৰাম বৰুৱাৰ পিতৃ।

গৰ্গৰাম বৰুৱা সদৰামীনৰ দায়িত্বত থাকোঁতে এবাৰ এটা আচৰিত ঘটনা ঘটিছিল। বৰ্তমানৰ ৰঙিয়া নগৰৰ সীমাত অৱস্থিত জেকেৰীয়া নামৰ এখন গাঁৱৰ কাষতে আছিল সন্ধ্যাঝাৰ নামেৰে এখন অটব্য অৰণ্য। সেই জেকেৰীয়া গাঁৱৰে এজন ব্ৰাহ্মণৰ ঘৰত এজনী কপিলী বৰণৰ গাই আছিল। গাইজনীয়ে হেনো নিতৌ শেষ নিশা ডিঙিৰ বান্ধ খুলি সন্ধ্যাঝাৰ অৰণ্যলৈ গৈ এজোপা বিৰিণা গছৰ ওপৰত ওহাঁৰ পাতি গাখীৰ ঢালি পুনৰ গোহালিলৈ ঘূৰি আহিছিল। সদৰামীন বৰুৱাই এই কথা গম পাই সেই ৰহস্য উদ্‌ঘাটন কৰাৰ বাবে বিৰিণা গছজোপা থকা ঠাইখিনি খন্দোৱালে আৰু তাতে এটা শ্ৰীকৃষ্ণৰ বিগ্ৰহ উদ্ধাৰ হ'ল। সেই মূৰ্তি সভক্তিৰে ৰাইজে শোভাযাত্ৰা কৰি আনি চন্দ্ৰভাৰতী পাহাৰত স্থাপন কৰে। তাতে আগৰে পৰা শ্ৰীশ্ৰীঘনশ্যাম ৰায়ৰো বিগ্ৰহ আছিল। তেতিয়াৰে পৰা সেই বিগ্ৰহৰ লগতে নতুন বিগ্ৰহৰো পূজা-সেৱা চলিবলৈ ধৰিলে। ক্ৰমে দৌল বা ফাকুৱা উৎসৱৰ দিন পালেহি। লগে লগে পূজাৰীৰ চিন্তা হ'বলৈ ধৰিলে কোনজনা বিগ্ৰহক দৌলত তুলিব। অৱশেষত পূজাৰীয়ে বিগ্ৰহৰ আগত প্ৰণিপাত কৰি প্ৰাৰ্থনা জনালে যে যিজন বিগ্ৰহক দৌলত থাপিব সেইজনে যেন চাৰি আঙুলি আগবাঢ়ি প্ৰমাণ দেখুৱায়। পাছদিনা পূজাৰীয়ে দেখিলে যে নতুনকৈ অনা বিগ্ৰহজনা চাৰি আঙুল আগবাঢ়ি আছে। এনে ঘটনাত পূজাৰী হতবাক হ'ল। কথাটো ইকাণ-সিকাণকৈ সদৰী হৈ পৰিল আৰু মন্দিৰলৈ ভক্তৰ সোঁত ব'বলৈ ধৰিলে। যথাৰীতি



নতুন বিগ্ৰহকে দৌলত স্থাপন কৰা হ'ল আৰু তেতিয়াৰে পৰা এইজনা বিগ্ৰহ দৌল গোবিন্দ নামে জনাজাত হৈ পৰে।

বৰ্তমানে ফাগুন-চ'ত মাহত কেইবাদিনীয়া কাৰ্যসূচীৰে ইয়াত দৌল উৎসৱ পালন কৰা হয়। দৌল গোবিন্দলৈ যাবৰ বাবে ব্ৰহ্মপুত্ৰ পাৰ হ'ব লাগে। ইয়াৰ বাবে চৰকাৰী-বেচৰকাৰী বিভিন্ন নাৱৰ ব্যৱস্থা আছে। একেদৰে গুৱাহাটীৰ পৰা শৰাইঘাট দলং পাৰ হৈ ৰাস্তাৰেও দৌল গোবিন্দলৈ যাব পাৰি। শেহতীয়াকৈ ব্ৰহ্মপুত্ৰৰ ওপৰদি আৰম্ভ হোৱা গুৱাহাটী-উত্তৰ গুৱাহাটী ৰোপৱে সেৱাই দৌল গোবিন্দলৈ যাত্ৰা অধিক ৰোমাঞ্চকৰ কৰি তুলিছে।

দৈনিক ইয়াত বহু তীৰ্থযাত্ৰীৰ সমাৱেশ হয়। মন্দিৰৰ বিভিন্ন উৎসৱাদিৰ উপৰি দৈনিক অগণন ভক্তই আগবঢ়োৱা পূজা আৰু সেইসকলৰ মাজত ভোগৰ প্ৰসাদ বিতৰণ দৌল গোবিন্দ মন্দিৰৰ লক্ষণীয় বৈশিষ্ট্য।

# নৱগ্ৰহ মন্দিৰ, গুৱাহাটী

নৱগ্ৰহ গুৱাহাটীৰ চিত্ৰাচল পাহাৰত থকা এক প্ৰাচীন মন্দিৰ। ইয়াত সূৰ্যকে ধৰি নটা গ্ৰহৰ শিলাচিহ্ন আছে, সেয়েহে ইয়াৰ নাম নৱগ্ৰহ মন্দিৰ। ইয়াত থকা বিভিন্ন গ্ৰহৰ চিহ্নবোৰ হ'ল ঃ কেন্দ্ৰত সূৰ্য, অগ্নিকোণত চন্দ্ৰ, দক্ষিণত মঙ্গল, নৈঋত কোণত ৰাহু, পশ্চিমত শনি, বায়ুকোণত কেতু, উত্তৰত বৃহস্পতি, ঈশানত বুধ আৰু পূৱত শুক্ৰ। এই মন্দিৰ অতিকৈ প্ৰাচীন, ঐতিহ্যসম্পন্ন। এসময়ত প্ৰাচ্যৰ জ্যোতিষ চৰ্চাৰ প্ৰাণকেন্দ্ৰৰূপে প্ৰখ্যাত এই মন্দিৰতে বিখ্যাত জ্যোতিৰ্বিদ বৰাহ মিহিৰে জ্যোতিষ চৰ্চা কৰিছিল বুলি জনা যায়। এই স্থানৰ পৰাই অসমৰ পুৰণি নাম প্ৰাগজ্যোতিষ (প্ৰাচ্যৰ জ্যোতিষ চৰ্চাৰ কেন্দ্ৰ) হোৱা বুলি বহু ইতিহাসবিদে কয়।

'কালিকা পুৰাণ'ৰ মতে, এই স্থানৰ পৰাই জ্যোতিষ শাস্ত্ৰৰ গহীন চিন্তা-চৰ্চাই প্ৰসাৰতা লাভ কৰে। নৱগ্ৰহ মন্দিৰৰ লগত ভালেমান কিংবদন্তি আৰু জনশ্ৰুতি জড়িত হৈ আছে। একেদৰে এই মন্দিৰ থকা চিত্ৰাচল পাহাৰক লৈও নানা জনপ্ৰবাদ শুনা যায়। শ্ৰীকৃষ্ণৰ পুত্ৰ শাম্বই হেনো এই পাহাৰতে সূৰ্য উপাসনা যোগত বহি চিত্ৰকূট ব্যাধিৰ পৰা আৰোগ্য লাভ কৰিছিল। সেয়েহে এই পাহাৰৰ নাম চিত্ৰাচল।

নৱগ্ৰহ মন্দিৰ কোনে কেতিয়া প্ৰতিষ্ঠা কৰিছিল তাৰ সঠিক তথ্য পাববলৈ নাই। এই মন্দিৰ প্ৰাংগণত থকা এক শিলালিপি অনুসৰি ১৭৫২ চনত আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই মন্দিৰটো ন-কৈ নিৰ্মাণ কৰোৱাইছিল বুলি জনা যায়। ১৮৯৭ চনৰ বৰ ভূঁইকঁপত এই মন্দিৰটোৰ বিস্তৰ ক্ষতি হয়। পাছত ধৰ্মপ্ৰাণ ৰাইজৰ সহযোগত ইয়াক পুনৰ মেৰামতি কৰি ব্যৱহাৰৰ উপযোগী কৰি তোলা হয়। বৰ্তমানে ইয়াত দৈনিক নৱগ্ৰহৰ পূজা-পাতল হোৱাৰ উপৰি প্ৰতি বছৰে মাঘ-ফাগুনৰ সংক্ৰান্তিত মহা সমাৰোহেৰে তিনিদিনীয়াকৈ মহাযজ্ঞ অনুষ্ঠিত হয়। এই মন্দিৰত কোনো বলি-বিধানৰ ব্যৱস্থা নাই যদিও ইয়াত ছাগলী, হাঁহ, পাৰ আদি উছৰ্গা কৰাৰ উপৰি ব্যক্তিগত যাগ-যজ্ঞ, হোম আদিও কৰা হয় বিভিন্ন গ্ৰহদোষ উপশমৰ উদ্দেশ্যে। মনোৰম নৈসৰ্গিক দৃশ্যাৱলীৰ নৱগ্ৰহ অসমৰ অন্যতম পৰ্যটকৰ আকৰ্ষণীয় স্থান।



# নাগশংকৰ দেৱালয়, বিশ্বনাথ চাৰিআলি

বিশ্বনাথ চাৰিআলিৰ ওচৰৰ এটা প্ৰসিদ্ধ শিৱ মন্দিৰ নাগশংকৰ দেৱালয়। এই মন্দিটোৰ নামেৰেই সমগ্ৰ অঞ্চলটোকে নাগশংকৰ নামেৰে জনা যায়। নাগশংকৰ দেৱালয়ৰ উৎপত্তি সম্পৰ্কে কেইবাটাও কিংবদন্তি আছে। বাৰানসী, কাশীৰ অনুৰূপ আন এখন কাশী ভাৰতৰ পূব প্ৰান্তত নিৰ্মাণ কৰাৰ প্ৰচেষ্টা চলাইছিল মহৰ্ষি ব্যাসে। ব্যাসদেৱে এক কোটি শিৱ লিংগ সংগ্ৰহ কৰি কাশী স্থাপনৰ যো-জা কৰোঁতেই তাৰে এটা শিৱ লিংগ নাৰদে লুকুৱাই থৈ নতুন কাশীক্ষেত্ৰৰ নিৰ্মাণৰ বতৰা মহাদেৱক দিলে। পূবৰ কাশীক্ষেত্ৰৰ সন্ধানত আহি থাকোঁতে ব্ৰহ্মপুত্ৰৰ পাৰত এদিন মহাদেৱে লগ পালে কুমুদ আৰু কৌস্তভ মুনিক। মহাদেৱে দুয়োকে অতি আগ্ৰহেৰে নৱনিৰ্মিত পূব কাশী কোনফালে আছে সুধিলে। কিন্তু সেই সময়ত দুয়ো মুনিয়ে শিষ্যসকলৰ লগত ব্যস্ত হৈ থকাত মহাদেৱৰ উপস্থিতিৰ কথা গমকে নাপালে। মহাদেৱে একো সমিধান নাপাই তেওঁক অৱজ্ঞা কৰিছে বুলি খঙতে দুয়োকে শিল হৈ থাকিবলৈ অভিশাপ দিলে। ইয়েই দুইমুনি শিলা। ইয়াৰ পাছতে পূবলৈ বুলি যাত্ৰা কৰি এটা সময়ত শিৱ বিশ্বনাথ ক্ষেত্ৰ পালেহি। কিন্তু তাত আহি দেখে যে এক কোটিলৈ এটা শিৱ লিংগ কম আছে। বহুদূৰ বাটকুৰি বাই অহাৰ কষ্ট এনেয়ে গ'ল বুলি বেজাৰতে মহাদেৱ তাতে শুই পৰিল। প্ৰবাদ মতে এই শুই পৰোতে মহাদেৱৰ নাভিয়ে যি ঠাই স্পৰ্শ কৰিছিল সেই ঠাইতেই প্ৰতিষ্ঠিত হ'ল নাগশংকৰ মন্দিৰ।

আন এক প্ৰবাদমতে এঘৰ মানুহৰ এজনী খীৰতী গাই আছিল। তাই মাজে মাজে নিজৰ পোৱালিটো এৰি গৃহস্থই নজনাকৈ হাবিৰ মাজত লুকাই থাকেগৈ। এনেদৰে কিছুদিন যোৱাৰ পাছত গৃহস্থই কথাটো লক্ষ্য কৰিলে। এদিন সেয়ে গৃহস্থই দুজনমান গঞাক লগত লৈ ৰহস্য উদ্‌ঘাটন কৰিবলৈ গাইজনীৰ পিছে পিছে হাবিত সোমাল। হাবিত তেওঁলোকে দেখিলে গাইজনীয়ে এচটা শিলৰ ওপৰত থিয় হৈছে আৰু আপোনা আপুনি শিলৰ ওপৰত ওহাৰৰ পৰা গাখীৰ পৰি বৈ গৈছে। এই অলৌকিক দৃশ্য দেখি মানুহকেইজনে ঠাইডোখৰ পৰিষ্কাৰ কৰাত শিলচটাৰ কাষত

এটা লুপ্তপ্ৰায় মন্দিৰৰ নাভিপীঠ ওলাই পৰে। তাতেই স্থাপন হয় ঐতিহ্যমণ্ডিত নাগশংকৰ মন্দিৰ বা দেৱালয়।

আন এক কিংবদন্তি মতে দক্ষ যজ্ঞৰ সময়ত সতীয়ে দেহত্যাগ কৰাত মহাদেৱে সতীৰ দেহ লৈ ভ্ৰমণ কৰা কালত সতীৰ নাভি অংশ এই স্থানত পৰে আৰু কালক্ৰমত ঠাইখনৰ নাম নাগশংকৰ হোৱাৰ লগতে নাগশংকৰ দেৱালয় গঢ়ি উঠে।

নাগশংকৰ মন্দিৰটো কোনে প্ৰতিষ্ঠা কৰিছিল সেই বিষয়ত কিছু মতভেদ আছে। গুণাভিৰাম বৰুৱাৰ 'আসাম বুৰঞ্জী' মতে পূৰ্বতে প্ৰতাপপুৰত (বৰ্তমান প্ৰতাপগড়) নাগশংকৰ নামৰ এজন ৰজাৰ ৰাজধানী আছিল। তেৰেঁই নাগশংকৰ দেৱালয় প্ৰতিষ্ঠা কৰিছিল। ড° মহেশ্বৰ নেওগৰ মতে চতুৰ্থ শতিকাৰ শেষৰফালে নৰশংকৰ বা নাগাক্ষ ৰজাই এই মন্দিৰ স্থাপন কৰিছিল। নাগাক্ষ আছিল লৌহিত্য বংশৰ ব্ৰাহ্মণৰ ৰজা। তেওঁৰ ৰাজধানী আছিল প্ৰতাপপুৰত। কথিত আছে যে আহোম স্বৰ্গদেউ ৰুদ্ৰ সিংহই লুপ্তপ্ৰায় মন্দিৰৰ নাভিপীঠৰ ওপৰত সলাল গোঁহাইৰ দ্বাৰা সৰুকৈ এটা মন্দিৰ নিৰ্মাণ কৰে। ড° মহেশ্বৰ নেওগৰ মতে স্বৰ্গদেউ চুচেন্‌ফাই ১৪৮০ চনত মন্দিৰটো পুনৰ নিৰ্মাণ কৰে।

মন্দিৰৰ ভিতৰত সোঁমাজতে এটা প্ৰকাণ্ড নাদ আছে। ইয়েই হ'ল মন্দিৰৰ মূল বিগ্ৰহ। শিলেৰে নিৰ্মিত বৰ্গক্ষেত্ৰকাৰ গহ্বৰটো দীঘে-প্ৰস্থে ৬ মিটাৰ। তলিত ডেৰ ফুট ওখ এটা শিৱলিংগ আছে আৰু তাৰ্লৈ যাবলৈ এটা শিলৰ খটখটীও আছে। নাদটোত উত্তৰফালে বিগ্ৰহ আছে যদিও নাদটো সদায় পানীৰে পৰিপূৰ্ণ হৈ থকাৰ বাবে তাত ওপৰৰ পৰাই পূজা-অৰ্চনা কৰা হয়। বিগ্ৰহলৈ বুলি দৰ্শনাৰ্থীয়ে দলিয়াই দিয়া অৰিহণাৰ মুদ্ৰাৰে নাদটোৰ তলি উপচি থাকে। মন্দিৰৰ অন্য এক আকৰ্ষণ হ'ল মন্দিৰৰ গাতে লাগি থকা এটা বৃহৎ পুখুৰী। ইতিহাসে গৰকা এই পুখুৰীটোত এতিয়াও বিভিন্ন আকাৰৰ কাছ আছে। বিশেষ প্ৰজাতিৰ প্ৰকাণ্ড কাছবোৰ অসমৰ আন ঠাইত সহজতে দেখিবলৈ পোৱা নাযায়। সম্প্ৰতি মন্দিৰটো আধুনিকীকৰণেৰে মেৰামতি কৰি পৰ্যটকৰ বাবে আকৰ্ষণীয় ৰূপত সজাই তোলা হৈছে। দৈনিক পূজা-পাতলৰ উপৰি ইয়াত শিৱৰাত্ৰি উৎসৱ সমাৰোহেৰে পালন কৰা হয় আৰু সেইদিনা ইয়াত বহুসংখ্যক তীৰ্থযাত্ৰীৰ সমাগম ঘটে।

সৌজন্য ঃ আনন্দ সন্দিকৈ, চতিয়া



# নামদাঙৰ শিলৰ সাঁকো, শিৱসাগৰ

নামদাং শিৱসাগৰ জিলাৰ এখন সৰু নৈ। নামটো টাই ভাষাৰ শব্দ নামডেঙৰ পৰা আহিছে। 'নাম' মানে পানী বা নৈ আৰু 'ডেং' মানে ৰঙা। ইয়াৰ পৰাই নামদাং (নামডেং > নামদাং)। আগতে এই নৈৰ পানী হেনো ৰঙা বৰণৰ আছিল। এই নৈৰ ওপৰতে আছে প্ৰসিদ্ধ নামদাঙৰ শিলৰ সাঁকো।

১৭০৩ চনত আহোম স্বৰ্গদেউ ৰুদ্ৰ সিংহই (১৬৯৬-১৭১৪) এই সাঁকো বা দলং নিৰ্মাণ কৰোৱাইছিল।

এই সাঁকোৰ দৈৰ্ঘ্য প্ৰায় ৭০ মিটাৰ (২৩২ ফুট), বহল প্ৰায় ৬ মিটাৰ (২১ ফুট) আৰু ডাঠ প্ৰায় ১.৫ মিটাৰ (৫ ফুট)। শিৱসাগৰ নগৰৰ পৰা প্ৰায় ১২ কিলোমিটাৰ পশ্চিমত অৱস্থিত এই সাঁকোৰ ওপৰেদিয়ে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথ পাৰ হৈ গৈছে। এটা মাত্ৰ গোটা শিলতে কাটি উলিওৱা এই সাঁকোখনৰ ওপৰেদিয়েই দুখনকৈ মহাসমৰৰ সময়ত নানা টেংক, সমৰাস্ত্ৰ আদি পাৰ হৈ যোৱাৰ উপৰি নিতৌ অসংখ্য মালবাহী, যাত্ৰীবাহী যান-বাহন অহা-যোৱা কৰি থকা সাঁকোখন সম্পূৰ্ণ কাৰ্যক্ষম অৱস্থাত আছে। চীনা আৰ্হিৰ সাঁকোৰ দৰে নিৰ্মিত এই সাঁকোৰ তলেদি পানী যাবৰ বাবে ইংৰাজী 'ইউ' (U) আখৰটোৰ আকৃতিৰ পাঁচটা সুৰংগ আছে। মাজৰ সুৰংগটো ডাঙৰ আৰু দুয়ো কাষৰ সুৰংগকেইটা ক্ৰমাৎ সৰু। সাঁকোখনৰ ওপৰভাগত খোদিত কৰি থোৱা আছে ফুল-লতা আৰু দুয়োফালে কেইবাটাও অনুপম মূৰ্তি। আহোম যুগৰ কাৰিকৰী তথা অভিযান্ত্ৰিক কৌশলৰ নমুনা দাঙি ধৰা এই সাঁকোখন এছটা মাত্ৰ শিলত শলখা মাৰি ধেনুভিৰীয়াকৈ সজা। ছাৰ এডৱাৰ্ড গেইটে তেওঁৰ 'A History of Assam' গ্ৰন্থত বুৰঞ্জীবিদ ড° জে পি ৱাডৰ (Dr J P Wade) উদ্ধৃতিৰে উল্লেখ কৰিছে যে এই সাঁকো নিৰ্মাণৰ বাবে বংগৰ পৰা কাৰিকৰ অনা হৈছিল। অসমত তেতিয়া ইটা আৰু পকা কৰা কাম জনা লোক নাছিল। পাছলৈ আহোম ৰাজত্বকালৰ বিভিন্ন ধৰণৰ নিৰ্মাণ কাৰ্যত

প্ৰয়োজন হোৱা শিল সংগ্ৰহ কৰিবলৈ নগা পাহাৰত শিল কাটিবৰ বাবে **'শিলাকুটী'** নামৰ এটা খেল সৃষ্টি কৰাৰ কথা জনা যায়। নামদাঙৰ শিলৰ সাঁকোৰ ওচৰৰ পৰাই নগা পাহাৰ সংযোগকাৰী নগা আলি আৰু সমীপৱৰ্তী শিলাকুটী মৌজা আজিও আছে। নামদাঙৰ শিলৰ সাঁকো নিৰ্মাণত আঠাযুক্ত কৰাল গুৰ, শণ, মাটিমাহ, শামুকৰ চূণ, শিল চূণ, চকা চূণ, বৰা চাউল আদি নিৰ্দিষ্ট পৰিমাণত মিহলাই চিমেণ্টৰ দৰে ব্যৱহাৰ কৰা হৈছিল। এই সাঁকোত ব্যৱহৃত প্ৰায় ৭০ মিটাৰ দীঘল বৃহদাকাৰ শিলটোনো নগা পাহাৰৰ পৰা কেনেকৈ আনি ইয়াত স্থাপন কৰা হ'ল সেই কথা ভাবিলে আচৰিত হ'ব লাগে।



# নামফাকে বৌদ্ধ বিহাৰ, নাহৰকটীয়া

ডিব্ৰুগড় জিলাৰ নাহৰকটীয়া নগৰৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ আঁতৰত বুঢ়ীদিহিঙৰ পাৰত অৱস্থিত টাই ফাকেয়াল জনগোষ্ঠীৰ ঐতিহ্যমণ্ডিত নামফাকে গাঁও। এই গাঁওখনতে আছে অসমৰ সৰ্ববৃহৎ বৌদ্ধ বিহাৰটো। উল্লেখ্য যে টাই জনগোষ্ঠীৰ অন্যতম ফাকেয়াল লোকসকল অসমলৈ প্ৰব্ৰজন কৰিছিল ১৭৭৪ চনত। ম্যানমাৰৰ হুকং উপত্যকাৰ পৰা অসমলৈ আগমন হোৱা লোকসকল থেৰ'বাদী বৌদ্ধধৰ্মীয় লোক। উল্লেখ্য যে বৌদ্ধ ধৰ্মত দুটা পন্থীৰ লোক আছে ঃ এটা মহাযান আৰু আনটো হীনযান পন্থী। থেৰ'বাদীসকল হীনযান পন্থাৰ লোক। হুকং উপত্যকাৰ পৰা প্ৰব্ৰজন কৰা ফাকেয়াল লোকসকলে পোনতে এতিয়াৰ তিনিচুকীয়া জিলাৰ মাৰ্ঘেৰিটাৰ বৰফাকে এলেকাত বসতি স্থাপন কৰিছিল যদিও কালক্ৰমত বুঢ়ীদিহিঙেদি ভটিয়াই আহি নাহৰকটীয়াৰ সমীপত থিতাপি লয়। গাঁওখনৰ লগতে বৌদ্ধ বিহাৰটোৰ ইতিহাসো তেতিয়াৰে পৰা আৰম্ভ হয়। নামফাকে গাঁওখন আৰু বৌদ্ধ বিহাৰটো প্ৰতিষ্ঠা হৈছিল ১৮৪০ চনত। সেই হিচাপত ইতিমধ্যে বৌদ্ধ বিহাৰটোৰ স্থাপনৰ ১৭৮ বছৰ সম্পূৰ্ণ হৈছে। পূৰ্বতে নামফাকে গাঁৱৰ মধ্য ভাগলৈ বিহাৰটো অৱস্থিত আছিল যদিও এতিয়াৰ স্থানলৈ স্থানান্তৰ হোৱাও শতিকা পাৰ হৈছে।

পূৰ্বতে বিহাৰটো কাঠ, বাঁহ আৰু টকৌপাতেৰে নিৰ্মিত আছিল যদিও সম্প্ৰতি পকী চৌহদ, মাৰ্বলৰ মজিয়াৰে ই এক সুদৃশ্য প্ৰাংগণৰূপে পৰিগণিত হৈছে। বিগত পাঁচটা বছৰৰ ভিতৰত বিহাৰ চৌহদত সুদৃশ্য অশোক স্তম্ভ, পঞ্চবৰ্গীয় ভিক্ষুৰ প্ৰতিমূৰ্তি, বৌদ্ধ সংস্কৃতিত বিৰাজমান উপগুপ্তৰ প্ৰতিকৃতি স্থাপন কৰা হৈছে। আনহাতে ১০,০০০ বৰ্গফুটৰ মূল বিহাৰটোত স্থাপন কৰা হৈছে থাইলেণ্ডৰ পৰা প্ৰেৰিত বুদ্ধৰ ৮ ফুট উচ্চতাৰ ব্ৰঞ্জৰ মূৰ্তি। অসম চৰকাৰৰ পৰ্যটন বিভাগে বিহাৰ প্ৰাংগণত স্থাপন কৰিছে অতিথিশালা। এই অতিথিশালাৰ সংলগ্ন সংগ্ৰহালয়টো চাবলগীয়া। মূলত সাঁচিপাতত লিখা বিভিন্ন ধৰ্মীয় গ্ৰন্থ, পৰম্পৰাগত ঔষধৰ কিতাপ-পত্ৰ আদি সংগ্ৰহালয়টোত সংৰক্ষণ

কৰা হৈছে। তিনিশ বছৰৰো পুৰণি এনে গ্ৰন্থসমূহ ফাকেয়াল লোকসকলে হুকং উপত্যকাৰ পৰাই কঢ়িয়াই আনিছিল। এইবিলাকৰ মাজত আছে সোণেৰে নিৰ্মিত এখন কিতাপো। বৌদ্ধ বিহাৰটোৰ দায়িত্বত থকাসকলক ভান্টে বুলি সম্বোধন কৰা হয়। নামফাকে বৌদ্ধ বিহাৰটোৰ দায়িত্বত আছে ভান্টে জ্ঞানপাল মহাথেৰ' নামৰ ধৰ্মগুৰুগৰাকী। উল্লেখ্য যে প্ৰতিটো পূৰ্ণিমা আৰু অমাৱস্যাত বিহাৰ প্ৰাংগণত পৰম্পৰাগত প্ৰাৰ্থনাৰ আয়োজন হয়, য'ত গাঁওখনৰ সকলোৱে অংশগ্ৰহণ কৰে। উল্লেখ্য, বৌদ্ধ ধৰ্মৰ অহিংসা নীতিৰ আধাৰত পৰিচালিত হোৱাৰ সুবাদতেই ১৮৪০ চনতে প্ৰতিষ্ঠা হোৱা নামফাকে গাঁৱত আজিলৈকে কোনো অপাৰাধজনিত ঘটনা সংঘটিত হোৱাৰ চৰকাৰী তথ্য নাই। ই এক অভিলেখ।

সৌজন্য ঃ **বুলন কুমাৰ শইকীয়া**, নাহৰকটীয়া



# নেঘেৰিটিং দেৱালয়, দেৰগাঁও

গোলাঘাট জিলাৰ দেৰগাঁৱৰ নিচেই ওচৰৰ এখন উল্লেখযোগ্য ঠাই নেঘেৰিটিং। ইয়াত থকা ঐতিহাসিক শিৱ মন্দিৰৰ বাবে এই অঞ্চল বিশেষভাৱে প্ৰখ্যাত। এই শিৱ মন্দিৰ থকা ঠাইত সৰু-বৰ বহু টিলা চকুত পৰে। নেঘেৰিটিং নামটো সম্পৰ্কে একাধিক জনশ্ৰুতি প্ৰচলিত। এসময়ত এই ঠাইত হেনো অসংখ্য নেঘেৰি (এবিধ সৰু চৰাই; কোনোৱে টিপচী বুলিও কয়) চৰাইৰ বাহ আছিল। তাৰে পৰাই পোনতে অঞ্চলটোৰ নাম নেঘেৰি আৰু পাছলৈ নেঘেৰিটিং হয়গৈ। আন এক জনশ্ৰুতি অনুসৰি এসময়ত এই মন্দিৰত দেৱদাসী নৃত্য হৈছিল। তেনে বহু নৰ্তকীয়ে নাচোতে মূৰৰ ওপৰত ওখকৈ খোপা বান্ধিছিল। সেই খোপাটোৰ নাম নেঘেৰি খোপা। খোপাৰ ওপৰত ওৰণিৰ দৰে কাপোৰ লৈ নাচোতে, এটা ধুনীয়া সৰু টিং যেন দেখি। এই অঞ্চলত থকা টিলাবোৰকো নৰ্তকীৰ মূৰৰ নেঘেৰি খোপাৰ দৰে দেখাত মানুহে এই টিলাবোৰক নেঘেৰি খোপাৰ টিং বা নেঘেৰিটিং বুলিবলৈ লয়। ইয়াৰ পৰাই সমগ্ৰ অঞ্চলটোৰ লগতে মন্দিৰটোৰ নামো নেঘেৰিটিং শিৱ মন্দিৰ হয়গৈ।

নেঘেৰিটিঙৰ প্ৰসিদ্ধ শিৱ মন্দিৰটো আহোম স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত (১৭৫১-১৭৬৯) নিৰ্মাণ কৰা হয়। নেঘেৰিটিং শিৱ মন্দিৰত প্ৰতিষ্ঠা কৰা শিৱ লিংগ এই ঠাইৰ কিছু উত্তৰৰ ধ্বংসাৱশেষ এটাৰ পৰা অনা বুলি জনা যায়। যেতিয়া ব্ৰহ্মপুত্ৰ নদীখন বৰ্তমানৰ স্থানৰ পৰা বহু উত্তৰেৰে বৈছিল আৰু দিহিং নদী পশ্চিমলৈ বৈ আহি কাজিৰঙাৰ ওচৰত ব্ৰহ্মপুত্ৰত পৰিছিলহি, সেই সময়ত দিহিঙৰ দক্ষিণ পাৰত থকা এটা মন্দিৰত আছিল এই শিৱ লিংগ। এই মন্দিৰ পূৰ্বতেই ভাগি পৰাত স্বৰ্গদেউ প্ৰতাপ সিংহই ১৬২৭ চনত পুনৰ নিৰ্মাণ কৰে। আকৌ স্বৰ্গদেউ জয়ধ্বজ সিংহৰ সময়ত ব্ৰহ্মপুত্ৰৰ গতিপথ সলনি হৈ দিহিং নদী ব্ৰহ্মপুত্ৰত জাহ যোৱাত এই মন্দিৰো ধ্বংস হয়। শেষত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ দিনত এই লিংগৰ মাহাত্ম্যৰ কথা ওলাই পৰাত নেঘেৰিটিঙৰ দৌলটো সাজি তাত শিৱ লিংগ প্ৰতিষ্ঠা কৰা হয়। (উৎস ঃ 'অসমৰ শেষ-মধ্যযুগীয় মন্দিৰ-স্থাপত্য', ড° প্ৰদীপ শৰ্মা)

নেঘেৰিটিঙৰ শিৱ মন্দিৰটো পাঁচটা মন্দিৰৰ সমষ্টি। এনে মন্দিৰক পঞ্চায়তন মন্দিৰ বোলা হয়। ইয়াৰ মাজৰ মন্দিৰটো শিৱৰ; সন্মুখত দুৰ্গা আৰু গণেশৰ মন্দিৰ, পিছফালে বিষ্ণু আৰু সূৰ্য মন্দিৰ। কেউটা মন্দিৰ লগালগিকৈ আছে।

এটা টিলাৰ ওপৰত অৱস্থিত এই মন্দিৰৰ চৌপাশৰ নৈসৰ্গিক দৃশ্য অতি মনোৰম। শিৱভক্ত বহুকেইজন আহোম স্বৰ্গদেউৰ এই মন্দিৰৰ প্ৰতি গভীৰ আস্থা আৰু ভক্তি আছিল। এই মন্দিৰৰ পূজাৰ নিৰ্মালী প্ৰতিদিনে পুৰা আহোমৰ ৰাজধানী গড়গাঁৱলৈ নিয়াৰ বাবে বিশেষ ব্যৱস্থা কৰা হৈছিল। সেই উদ্দেশ্যে নেঘেৰিটিং-দেৰগাঁৱৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰে পাৰে গজপুৰ (যোৰহাট), দিখৌমুখ হৈ গড়গাঁৱলৈ এটা আলি বন্ধোৱা হৈছিল। বুৰঞ্জীত এইটো আলি বৰআলি নামেৰে প্ৰসিদ্ধ। নেঘেৰিটিঙৰ শিৱ মন্দিৰলৈ যোৰহাটৰ পৰা প্ৰায় ২৫ কিলোমিটাৰ আৰু গোলাঘাটৰ পৰা প্ৰায় ২১ কিলোমিটাৰ।

মন্দিৰত নিত্য পূজাৰ উপৰি বাৰ্ষিক শিৱৰাত্ৰি আৰু দুৰ্গা পূজা সমাৰোহেৰে পালন কৰা হয়।

ভাৰতৰ পুৰাতত্ত্ব বিভাগে নেঘেৰিটিং দেৱালয়ক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে।



# পদুমণি আইথান, উত্তৰ লখিমপুৰ

উত্তৰ লখিমপুৰৰ পৰা ধেমাজি অভিমুখে ৫২ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত চৌধ মাইলৰ ভীমপৰা বালিজান এলেকাৰ নাহৰণিত পদুমণি আইথান অৱস্থিত। আইথানখনৰ নামেৰে সমীপৱৰ্তী অঞ্চলটোও পদুমণি হিচাপে বিখ্যাত হৈ পৰিছে।

ৰাষ্ট্ৰীয় ঘাই পথৰ কাষতে সুদৃশ্য তোৰণৰ সৈতে নিৰ্মিত মন্দিৰটো পঞ্চাছ ফুট বহল আৰু এশ ফুট দীঘল। মন্দিৰটোৰ পূব মূৰত দুমহলীয়া গৃহৰ ওপৰ অংশত স্থাপন কৰা বেদীত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি স্থাপন কৰা হৈছে। থানখনত কোনো প্ৰাচীন বিগ্ৰহ নাই। মূলতঃ নিৰ্মাণ কৰি লোৱা দেৱী দুৰ্গাৰ বিগ্ৰহকেই সাৰোগত কৰি পূজা-অৰ্চনা কৰা হয়। অৱশ্যে দুৰ্গাৰ মূৰ্তিৰ কাষতে আন দেৱ-দেৱীৰ মূৰ্তিও ৰখা হৈছে। এই আইথান অতি জাগ্ৰত থান। ১৯৮৩ চনত চৰকাৰৰ তৰফৰ পৰা আইথানখনৰ ঘৰ-দুৱাৰ নকৈ সজাই তোলা হৈছে। পুৰণি থানখনো ওচৰতে আছে।

পূৰ্বতে পদুমণি আইথানখনৰ অঞ্চলটো অটব্য অৰণ্য আৰু বন্য জীৱ-জন্তুৰহে বিচৰণভূমি আছিল। আনুমানিক ১৯৪০-৪৫ চনৰ পৰা কেইটামান পৰিয়ালে অঞ্চলটোত বসতি কৰিবলৈ লয়। ১৯৫১ চনৰ কোনোবা নিশা চৌধ মাইলৰ সাত বছৰে নিঃসন্তান ডিম্বেশ্বৰ দাসে সপোনত এগৰাকী শুভ বস্ত্ৰ পৰিহিতা নাৰীয়ে নিজকে 'পদুমণি আই' বুলি পৰিচয় দি বৰ ডিৰ্জু নদীৰ পাৰত এজোপা চাম কঁঠালৰ উঁই হাফলুত বাস কৰা বুলি জনায়। লগতে তেওঁৰ বাবে সেই ঠাইতে এখন চালি নিৰ্মাণ কৰি দিলে দাসে সন্তানৰো মুখ দেখিব বুলি কয়। পাছদিনা পুৱা সপোনৰ কথা গাঁৱৰ মানুহক জনোৱাৰ লগতে চাম কঁঠালৰ গছ আৰু উঁই হাফলু বিচাৰি দাস ডিৰ্জু নদীৰ কাষ পায়গৈ। সপোনৰ সকলো কথা সঁচা যেন দেখি সেই ঠাইতে হাবি-বন চিকুণাই চালি নিৰ্মাণ কৰি শৰাই-সঁফুৰা আগবঢ়ায়। পাছত দাসে সন্তানৰ মুখ দেখাত পদুমণি আইৰ মহিমা অঞ্চলটোত বিয়পি পৰে। ক্ৰমে বিভিন্নজনে মনৰ কামনা পূৰণৰ অৰ্থে চাকি-বন্তি দি সুফল লাভ কৰাত থানখনৰ গুৰুত্ব দিনে দিনে বাঢ়িবলৈ ধৰে।

# পৰশুৰাম কুণ্ড

অৰুণাচল প্ৰদেশৰ লোহিত জিলাৰ সদৰ তেজুৰ পৰা ২১ কিলোমিটাৰ দূৰৈত অৱস্থিত পবিত্ৰ পৰশুৰাম কুণ্ড। আদিতে ইয়াৰ নাম আছিল দেৱপানী বা ব্ৰজকুণ্ড। অতীত ধুৱলী-কুঁৱলী যদিও ১৮৪০ চনত ইংৰাজ অভিযাত্ৰী ডেল্টনে লোহিত নদীৰ দক্ষিণ পাৰত আৱিষ্কাৰ কৰে ৭০ ফুট দীঘল আৰু ৩০ ফুট বহল পৰশুৰাম কুণ্ড — পুণ্য হিন্দু তীৰ্থ। লোহিত নদীখনে এইখিনিতে ভাঁজ লোৱাৰ ফলতে কুণ্ডটো গঢ়ি উঠিছে। পৰশুৰামৰ মাতৃ হত্যাৰ কাহিনীয়েই এই কুণ্ডৰ উৎস। পৌৰাণিক কাহিনী অনুসৰি ক্ষত্ৰিয় ৰজা চিত্ৰৰথৰ প্ৰতি আসক্ত হয় মহাতেজস্বী ঋষি জমদগ্নিৰ পত্নী ৰেণুকা। পত্নীৰ এই আচৰণ সহ্য কৰিব নোৱাৰি জমদগ্নিয়ে তেওঁৰ চাৰিজন পুত্ৰক (বসু, বিশ্বাবসু, বৃহদভানু, বৃহৎকন্ব) মাতৃ হত্যাৰ বাবে আদেশ দিয়ে। কিন্তু তেওঁলোকৰ কোনেও সেই কাম কৰিবলৈ সন্মত নহ'ল। ঋষিয়ে তেতিয়া এই চাৰিওজন পুত্ৰকে পশু-পক্ষীৰ দৰে জড় বুদ্ধি সম্পন্ন হ'বলৈ অভিশাপ দিয়ে। কিন্তু কনিষ্ঠ পুত্ৰ ৰামে পিতৃৰ আদেশ শিৰোধাৰ্য কৰি মাতৃ ৰেণুকাক পৰশুৰে (কুঠাৰ) শিৰশ্ছেদ কৰে। তেতিয়াৰে পৰা তেওঁৰ নাম হয়গৈ পৰশুৰাম। পিতৃ আজ্ঞা পালন কৰা বাবে জমদগ্নিয়ে পৰশুৰামক কেইবাটাও বৰদান কৰে আৰু চাৰিওজন পুত্ৰকে স্বাভাৱিক অৱস্থালৈ ঘূৰাই আনে। ইফালে, নিজ মাতৃক হত্যা কৰি পৰশুৰামে যি ঘোৰ পাপ কৰিছিল তাৰ পৰা মুক্ত হোৱাৰ বাবে তেওঁ অস্থিৰ চিত্তে অনাই-বনাই ফুৰিবলৈ ধৰিলে। অৱশেষত তেওঁ এই জলাশয় পায়হি আৰু ইয়াত স্নান কৰি পাপমুক্ত হয়। কিংবদন্তি অনুসৰি মাতৃ হত্যাৰ পাছত কুঠাৰখন পৰশুৰামৰ হাতত লাগি ধৰিছিল। এই জলাশয়ত স্নান কৰোঁতেহে তেওঁ পৰশু-মুক্ত হয়। পৰশুৰামৰ এই ঘটনাক স্মৰণীয় কৰি ৰখাৰ বাবেই অতীতৰ দেৱপানী বা ব্ৰজকুণ্ডৰ নাম হয়গৈ পৰশুৰাম কুণ্ড। হিন্দুসকলৰ বাবে পৰশুৰাম কুণ্ড অতি পৱিত্ৰ। ইয়াত স্নান কৰিলে



সৰ্বপাপ মুক্ত হয় বুলি বিশ্বাস প্ৰচলিত। প্ৰতি বছৰে মাঘী পূৰ্ণিমাত ইয়াত মেলা বহে; ইয়াত স্নান কৰিবলৈ বহু ভক্তৰ সমাগম হয়। ১৯৫০ চনৰ বৰ ভূঁইকঁপত পূৰ্বৰ জলাশয়টো নদীগৰ্ভত বিলীন হয়। পাছত তাতেই আন এটা জলাশয়ৰ সৃষ্টি হয় আৰু সেইটোৱেই বৰ্তমান পৰশুৰাম কুণ্ড হিচাপে ব্যৱহৃত হৈ আহিছে। কুণ্ডটোৰ গাতে আছে দুটা মন্দিৰ। ইয়াৰে এটাত আছে ৰাম, লক্ষ্মণ, সীতা আৰু হনুমানৰ শিলৰ মূৰ্তি; আৰু আনটোত আছে সিদ্ধিদাতা গণেশৰ মূৰ্তি। কুণ্ডটোৰ কিছু ওপৰত থকা এটা প্ৰাচীন মন্দিৰত ধনু-কাঁড় লৈ দণ্ডায়মান পৰশুৰামৰ শিলামূৰ্তিক পূজা কৰা হয়। পৰশুৰাম কুণ্ডৰ চৌপাশৰ নৈসৰ্গিক দৃশ্য পৰ্যটক অৰু পুণ্যাৰ্থীৰ বাবে অতি আকৰ্ষণীয়।

অসমৰ ভৌগোলিক পৰিসীমাৰ ভিতৰত নপৰিলেও ৰাজ্যখনৰ ধৰ্মীয় আৰু সাংস্কৃতিক পৰিমণ্ডলত পৰশুৰাম কুণ্ডৰ বিশেষ স্থান আছে।

# পৰিহৰেশ্বৰ দেৱালয়, ডুবি, পাঠশালা

পৰিহৰেশ্বৰ দেৱালয় বৰপেটা জিলাৰ পাঠশালাৰ পৰা প্ৰায় তিনি কিলোমিটাৰ দক্ষিণে ডুবিত অৱস্থিত। এই দেৱালয়ৰ মূল বিগ্ৰহ হৈছে প্ৰায় ২০০ বৰ্গ ফুট আয়তনৰ চাৰিকোণীয়া গহ্বৰ এটাৰ ভিতৰত এচটা শিলত প্ৰতিষ্ঠিত শিৱ লিংগ।

ভূপৃষ্ঠৰ পৰা প্ৰায় ১৪ ফুট তলত এই বিগ্ৰহ অৱস্থিত। স্থানীয় লোকে এই মন্দিৰক বুঢ়াগোসাঁইৰ থান বুলি কয়।

এই দেৱালয় আহোম স্বৰ্গদেউ শিৱ সিংহৰ দিনত প্ৰতিষ্ঠা কৰা হৈছিল বুলি জনা যায়। কিন্তু সেই অঞ্চলত আৱিষ্কৃত ছয় ফলিযুক্ত তাম্ৰ ফলিৰ পৰা ইয়াৰ মূল মন্দিৰ ভাস্কৰ বৰ্মনৰ দিনতে নিৰ্মাণ কৰা হৈছিল বুলি অনুমান কৰিব পাৰি। আনহাতে জিলাৰ গেজেটিয়াৰ আৰু ধৰ্মবৰ (কোনো কোনোৰ মতে ৰঘুবৰ) শৰ্মাৰ বংশাৱলী অনুসৰি স্বৰ্গদেউ লক্ষ্মী সিংহই ১৭৭০ চনত এই মন্দিৰ নিৰ্মাণ কৰিছিল।

ইংৰাজ শাসনৰ দিনৰ পৰিদৰ্শনকাৰী কৰ্মচাৰীৰ পেড়া কাকতত দিয়া মন্তব্যৰ পৰা জনা যায় যে বিল্বেশ্বৰ, পৰিহৰেশ্বৰ, পিংগলেশ্বৰ মন্দিৰৰ ফলি মানৰ আক্ৰমণত হেৰোৱাত নতুনকৈ মন্দিৰৰ মাটি আৰু পাইক দান কৰা হৈছিল।

জনশ্ৰুতি অনুসৰি মহাদেৱে ৰুদ্ৰ ৰূপ ধৰি সতীৰ মৃতদেহ কান্ধত লৈ ঘূৰি ফুৰোঁতে ডুবিৰ দুৰ্বল পাহাৰত জিৰাইছিল। সেয়েহে ডুবি শিৱধামত পৰিণত হয়। আনহাতে এই দুৰ্বল পাহাৰটো কোনো প্ৰাকৃতিক দুৰ্যোগত তললৈ বহি ডুব যোৱাৰ বাবে ঠাইখনৰ নাম ডুবি হয়।

মন্দিৰ আৰু শিৱ লিংগ সম্বন্ধে থকা জনশ্ৰুতি অনুসৰি ধৰ্মবৰ (ৰঘুবৰ) শৰ্মা নামৰ ব্ৰাহ্মণ এজনে পৰিহৰেশ্বৰৰ শিৱ লিংগ আৱিষ্কাৰ কৰে আৰু স্বপ্নাদেশ পাই গাঁওবাসীৰ লগ লাগি সেই ঠাই পৰিষ্কাৰ কৰি পূজা-পাতলৰ ব্যৱস্থা কৰে। দেৱালয়ৰ মাহাত্ম্যৰ কথা স্বৰ্গদেউ শিৱ সিংহৰ কাণত পৰাত তেওঁ ভালদৰে লিংগ স্থাপন কৰি পৰিহৰেশ্বৰ নাম দিয়ে। মন্দিৰ সুচাৰুৰূপে পৰিচালনা কৰিবলৈ শিৱ সিংহই মাটি আৰু পাইক দান কৰিছিল। স্বৰ্গদেউ শিৱ সিংহই নেঘেৰিটিঙৰ শিৱ



দৌলৰ পৰা দেৱদাসী আৰু গায়ন-বায়ন আনি ডুবিৰ পৰিহৰেশ্বৰ দেৱালয়ত সংস্থাপিত কৰিছিল।

পূৰ্বতে পৰিহৰেশ্বৰ দেৱালয়ত কেৱল শিৱ পূজাৰ ব্যৱস্থা আছিল যদিও পাছলৈ ১৭৪০ চনত স্বৰ্গদেউ শিৱ সিংহৰ পত্নী বৰৰজা ফুলেশ্বৰীয়ে এটা পিতলৰ দুৰ্গা মূৰ্তি প্ৰদান কৰাত তেতিয়াৰে পৰা ইয়াত মহা ধুমধামেৰে দুৰ্গা পূজাও হ'বলৈ ধৰে। ইয়াৰ উপৰি ইয়াত ৰাজদত্ত বলৰাম, বিষ্ণু আৰু শিৱ পঞ্চাননৰ মূৰ্তি আছে। দেৱালয়ত শিৱ-বিষ্ণু-দুৰ্গাৰ পূজা হোৱাৰ উপৰি পূজাৰ ভোগ তিনিওগৰাকীকে পৃথকে পৃথকে দিয়া হয়। বিষ্ণুৰ ভোগ নিৰামিষ। মন্দিৰৰ ভিতৰত আন এটা চতুৰ্ভুজ মূৰ্তি আছে। ইয়াক টাঙালিয়া গোসাঁইৰ মূৰ্তি বুলি কোৱা হয়।

পৰিহৰেশ্বৰ দেৱালয়ত শিৱ পূজা, দুৰ্গা পূজা, লক্ষ্মী পূজাৰ লগতে শিৱৰাত্ৰি, দৌল যাত্ৰা, তিনিওটা বিহু পালন কৰা হয়। ডুবিৰ এই দেৱালয়ত ব'হাগ বিহুত পালন কৰা সুৱেৰী এক বৈশিষ্ট্যপূৰ্ণ অনুষ্ঠান।

পৰিহৰেশ্বৰ দেৱালয়ৰ লাখেৰাজ (খাজনা দিব নলগীয়া; নিষ্কৰ) মাটি ১২৮০ বিঘা ৩ কঠা ৩ লেচা আৰু নিস্পিখেৰাজ (আধা খাজনা দিবলগীয়া) মাটি ১৩৩৫ বিঘা ১ কঠা ৯ লেচা আছিল বুলি 'প্ৰভিজন অব্ আছাম লেণ্ড এণ্ড ৰেভিনিউ ৰেগুলেচন ১৮৮৫'-ত উল্লেখ আছে। পাইকসকলে আধা খাজনা দি নিস্পিখেৰাজ মাটি ভোগ কৰাৰ উপৰি দেৱালয়ৰ দেৱদাসীসকলে এক পূৰাকৈ মাটি বিনা খাজনাত লাভ কৰিছিল।

ডুবিৰ এই দেৱালয়ৰ দেৱদাসীয়ে নিতৌ মন্দিৰৰ দেৱতাৰ সন্মুখত নৃত্য কৰিছিল। অৱশ্যে পুহ-চ'তৰ সংক্ৰান্তি আৰু দুৰ্গা পূজাৰ সময়ত মন্দিৰৰ বাহিৰতো নাচিছিল। সমাজৰ নৈতিক অৱনতিৰ অজুহাতত এই প্ৰাচীন ঐতিহ্যপূৰ্ণ নৃত্য লুপ্ত হ'বলৈ ধৰে। ডুবিৰ দেৱালয়তো ই লুপ্ত হয়।

# পাগলাটেক মন্দিৰ, গোৱালপাৰা

গোৱালপাৰা চহৰৰ পৰা প্ৰায় ১৫ কিলোমিটাৰ উত্তৰ-পশিমে ব্ৰহ্মপুত্ৰ নদীৰ ঠিক পাৰতে আছে শিৱ মন্দিৰ পাগলাটেক। শিৱৰ আন এটা স্থানীয় নাম 'পাগলা'; 'টেক' মানে নদীৰ বুকুলৈ আগবাঢ়ি যোৱা স্থান। ইয়াৰ পৰাই মন্দিৰটোৰ নাম পাগলাটেক হৈছে।

ব্ৰহ্মপুত্ৰ নদীৰ দিশে আগবাঢ়ি যোৱা এটা পাহাৰৰ কোণত মন্দিৰটো অৱস্থিত। মন্দিৰৰ মূল বিগ্ৰহ শিৱ লিংগ আৰু যোনিৰে শিৱ-পাৰ্বতীৰ। ইয়াত প্ৰাচীন কালৰে পৰা নৈমিত্তিক শিৱ পূজা চলি আহিছে। ১৯৭০ চনত চলোৱা এক খননত ইয়াত ভালেমান সোণৰ মুদ্ৰা, আৰু কাষৰীয়া অঞ্চলত নানান ভাস্কৰ্য উদ্ধাৰ হয়। তেতিয়াৰে পৰা পাগলাটেক সমগ্ৰ অসম জুৰি জনাজাত হৈ পৰে।

পাগলাটেক মন্দিৰ অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।



# পাটবাউসী সত্ৰ, বৰপেটা

পাটবাউসী সত্ৰ বৰপেটা জিলাৰ এখন পুৰণি সত্ৰ। এই অঞ্চলত শংকৰদেৱ আৰু দামোদৰদেৱে ওচৰা-উচৰিকৈ স্থাপন কৰা দুখন সত্ৰ আছে। লোকবিশ্বাস মতে কোঁচ ৰজা নৰনাৰায়ণে শ্ৰীমন্ত শংকৰদেৱক বৰপেটাৰ পাটবাউসী অঞ্চলৰ ভূঞা পাতে আৰু তেওঁ যি ঠাইৰ পৰা পাটত বহি ভূঞাৰ কাম চলাইছিল সেই ঠায়ে পাটবাউসী বুলি স্থানীয় প্ৰবাদ প্ৰচলিত। আগতে এই ঠাইৰ নাম আছিল বৰলচুং।

১৫৫০ চনত প্ৰতিষ্ঠিত এইখন সত্ৰ শংকৰদেৱে নামনি অসমত প্ৰতিষ্ঠা কৰা সত্ৰসমূহৰ প্ৰধান সত্ৰ। শংকৰদেৱ এইখন সত্ৰত প্ৰায় ওঠৰ বছৰ (কোনো কোনোৰ মতে চৈধ্য বছৰ) আছিল। পাটবাউসীত থকা সময়খিনি আছিল শংকৰদেৱৰ জীৱ-নৰ এক গুৰুত্বপূৰ্ণ অধ্যায়। তেওঁৰ বহু বিখ্যাত সৃষ্টি এই সময়তে হৈছিল। ইয়াতে গুৰুজনাই ১২০টা বৰগীত, কেইবাখনো অংকীয়া নাট, 'গুণমালা', 'ভাগৱত'ৰ প্ৰথম, দ্বিতীয়, নৱম, একাদশ আৰু দ্বাদশ স্কন্ধ, 'নিমি-নৱসিদ্ধ-সংবাদ', 'অনাদি-পাতন'কে ধৰি কেইবাখনো গ্ৰন্থ ৰচনা কৰে বুলি জনা যায়।

পাটবাউসী সত্ৰৰ ওচৰতে আছে শ্ৰীশ্ৰীদামোদৰদেৱ সত্ৰ। ইয়াত প্ৰথমতে দামোদৰদেৱৰ বাসস্থান আছিল। দামোদৰদেৱে প্ৰতিষ্ঠা কৰা এইখনেই প্ৰথম সত্ৰ। সেইবাবে এই সত্ৰক 'আদিধাম' বুলি কোৱা হয়। ইয়াতেই ভট্টদেৱে দামোদৰদেৱৰ ওচৰত শৰণ লৈ 'শ্ৰীভাগৱত কথা', 'শ্ৰীগীতা কথা' অসমীয়ালৈ ভাঙনি কৰে।

পাটবাউসী একালত বৈষ্ণৱ ভাৱাদৰ্শৰ প্ৰচাৰ আৰু গণতান্ত্ৰিক সমাজ গঠনৰ ক্ষেত্ৰত সকলো সত্ৰৰেই আদৰ্শস্বৰূপ আছিল।

# পাঁচপীৰ দৰগাহ, ধুবুৰী

জাতি-ধৰ্ম নিৰ্বিশেষে সকলোৰে অন্যতম পৱিত্ৰ স্থান হ'ল ধুবুৰীৰ পাঁচপীৰ দৰগাহ। দিল্লীৰ মোগল সম্ৰাট ঔৰংগজেৱৰ সময়ত অসম আক্ৰমণৰ বাবে পঠিওৱা মোগল সৈন্য বাহিনীৰ লগত পাঁচজন মহাত্মা পীৰ আহিছিল। মোগল সৈন্যৰ এই পাঁচজন মহাত্মা পীৰ লগত লৈ অহাৰ একমাত্ৰ কাৰণ আছিল তেওঁলোকে যাতে কামৰূপৰ তন্ত্ৰ-মন্ত্ৰ ব্যৰ্থ কৰিব পাৰে। এই মহাত্মা পীৰ পাঁচজন হ'ল ঃ শ্বাহ আকবৰ, শ্বাহ বাগমাৰ, শ্বাহ শৰণ, শ্বাহ চুফী আৰু শ্বাহ কামাল। এই পাঁচজন পীৰ সেই সময়ত বংগৰ চুবেদাৰ মিৰজুমলাৰ লগত অসমলৈ আহিছিল বুলি জনা যায়। পাছে নৱম শিখগুৰু টেগ বাহাদুৰে প্ৰতিষ্ঠা কৰা দমদমা গুৰুদ্বাৰৰ মহন্তৰ হাতত থকা পুথি-পাঁজিৰ মতে এই পীৰসকল ৰাম সিংহৰ লগতহে অসমলৈ আহিছিল। এই পাঁচজন পীৰৰ মাজাৰ শ্বৰীফেই হ'ল ধুবুৰীৰ পাঁচপীৰ দৰগাহ।

মোগল সৈন্যই অসমৰ পৰা উভতি যাওঁতে এই পাঁচজনা পীৰ ধুবুৰীতেই থাকি যায় আৰু কালক্ৰমত মৃত্যুবৰণ কৰে। তেওঁলোকৰ সমাধিতেই ১৬৬২ চনত নিৰ্মাণ হয় পাঁচপীৰ দৰগাহ। পীৰসকলৰ মৃত্যুস্থান সম্পৰ্কেও মতভেদ নথকা নহয়। কোনো কোনোৰ মতে ধুবুৰীত দেহত্যাগ কৰিছিল একমাত্ৰ গাজী শ্বাহ আকবৰেহে। যি কি নহওঁক সৰ্বসাধাৰণে ইয়াক পাঁচোজনা পীৰৰ দৰগাহ বুলিয়েই বিশ্বাস কৰে আৰু মনৰ আশা পূৰণৰ অৰ্থে মমবাতি জ্বলাই প্ৰাৰ্থনা জনায়।



# পোৱামক্কা, হাজো

পোৱামক্কা মুছলমানসকলৰ এখন প্ৰসিদ্ধ তীৰ্থস্থান। হাজোৰ গৰুড়াচল নামৰ এটি সৰু পাহাৰত এই তীৰ্থ বা 'দৰগাহ' অৱস্থিত। প্ৰবাদ আছে যে ৰুক্মিণীক হৰণ কৰি উভতি আহোতে শ্ৰীকৃষ্ণই গৰুড় পক্ষীৰ পিঠিত উঠি আহি ইয়াতে ক্ষন্তেক জিৰাইছিল। তেতিয়াৰে পৰা হেনো এই পাহাৰৰ নাম গৰুড়াচল হয়।

১৬৫৭ চনত মোগল সম্ৰাট শ্বাহজাহানৰ পুত্ৰ আব্দুল গাজী চুজাউদ্দিনে ইয়াতে এটা মছজিদ নিৰ্মাণ কৰোৱায়। পাছত এই মচজিদটো ধ্বংস হোৱাত ১৮৯৭ চন মানত আন এটা মচজিদ সজোৱা হয়। এই মচজিদটো এতিয়াও আছে। বছৰি জানুৱাৰী-মাৰ্চ মাহত ইয়াত ডাঙৰ উৎসৱ হয়। মুছলমানসকলৰ উপৰি হিন্দুসকলৰ বাবেও পোৱামক্কা পৱিত্ৰ স্থান। অন্যান্য সময়ৰ উপৰি জেঠ মাহৰ শুক্লা পূৰ্ণিমাত ইয়াত বহু হিন্দু ভক্তৰ সমাৱেশ হয়। পোৱামক্কা মচজিদটোৰ সন্মুখতে এটা প্ৰাচীন কবৰ আৰু এটা পুখুৰী আছে। সুদূৰ ইৰাণৰ পৰা ধৰ্ম প্ৰচাৰৰ অৰ্থে অসমলৈ অহা গিয়াছুদ্দিন আউলিয়া নামৰ সাধু এজনে এই পুখুৰীটো খন্দোৱাইছিল বুলি জনা যায়। কবৰটোও গিয়াছুদ্দিন আউলিয়াৰে বুলি ঠাৱৰ কৰা হৈছে।

কথিত আছে যে সুদূৰ মক্কাৰ পৰা অলপ (এপোৱা) মাটি আনি এই মচজিদৰ ভেটি স্থাপন কৰা হৈছিল। পোৱামক্কালৈ আহিলে মক্কা দৰ্শনৰ চাৰি ভাগৰ এভাগ, অৰ্থাৎ, এপোৱা পুণ্য হয় বুলিও জনবিশ্বাস প্ৰচলিত। ইয়াৰ পৰাই অঞ্চলটোৰ নামো পোৱামক্কা হয়গৈ।

হিন্দু-মুছলমানৰ সমন্বয় স্থাপনত পোৱামক্কাই স্মৰণীয় বৰঙনি যোগাইছে।

# বগা ফকীৰৰ মাজাৰ, ডিব্ৰুগড়

ডিব্ৰুগড় ৰে'ল ষ্টেছনৰ প্ৰায় কাষতে আছে বগা ফকীৰৰ মাজাৰ। উত্তৰ প্ৰদেশৰ পৰা বগা শ্বাহ নামে এজন ফকীৰ ডিব্ৰুগড়লৈ আহি ডিব্ৰুগড় ৰে'ল ষ্টেছনৰ কাষতে এটি জুপুৰি ঘৰত বাস কৰিছিল। তেওঁ এটি সৰু চৰুত বন্ধা-বঢ়া কৰিছিল। সেই চৰুত বন্ধা আহাৰেৰে তেওঁৰ ওচৰলৈ অহা সকলো অতিথিকে ভোজন কৰাব পাৰিছিল। সেয়েহে জাতি-বৰ্ণ-ধৰ্ম নিৰ্বিশেষে তেওঁৰ ওচৰলৈ অজস্ৰ মানুহ আহিছিল। কুৰি শতিকাৰ আগভাগত তেওঁৰ মৃত্যু ঘটে। তেওঁ থকা ঠাইতে বগা ফকীৰক কবৰ দিয়া হয়। ৰাইজে তেওঁৰ কবৰৰ ওপৰত মচজিদৰ নমুনাৰ এটা ধুনীয়া ঘৰ আৰু কাষতে এটা মচজিদ নিৰ্মাণ কৰে। এয়ে হ'ল বগা ফকীৰৰ মাজাৰ। ইয়ালৈ বহু দূৰ-দূৰণিৰ পৰা হিন্দু-মুছলমান লোক আহি নিজৰ অভীষ্ট সিদ্ধিৰ অৰ্থে মম, চাকি জ্বলায়।



# বদুলা সত্ৰ, নাৰায়ণপুৰ

লখিমপুৰ জিলাৰ নাৰায়ণপুৰ তিনিআলিৰ সমীপতে আছে বদুলা সত্ৰ। মহাপুৰুষ মাধৱদেৱৰ শিষ্য পদ্ম আতাই ১৬৩৬ চনত এই সত্ৰ প্ৰতিষ্ঠা কৰে। প্ৰবাদ আছে যে মহাপুৰুষ শংকৰদেৱে মাধৱদেৱক উজনি অসমত ধৰ্ম প্ৰচাৰৰ পৰামৰ্শ দিছিল। মাধৱদেৱে তেতিয়া পদ্ম আতাক উজনিত ধৰ্মপ্ৰচাৰৰ বাবে পঠিয়ায়। মাধৱদেৱে নিজৰ বদলি পঠিওৱাৰ বাবে পদ্ম আতা তেতিয়াৰে পৰা বদুলা আতা বা বদুলা পদ্ম আতা নামেৰে পৰিচিত হৈ পৰে। বদুলা আতাই প্ৰতিষ্ঠা কৰা বাবে এই সত্ৰ বদুলা সত্ৰ নামে জনাজাত। সত্ৰখন বদুলা (পদ্ম) আতাৰ সত্ৰ বা থান নামেৰেও স্থানীয়ভাৱে সমধিক পৰিচিত।

বদুলা সত্ৰ অনেক প্ৰাচীন গ্ৰন্থৰ সংগ্ৰহেৰে সমৃদ্ধ। তদুপৰি ইয়াত আছে দুটা প্ৰাচীন পুখুৰী, কেইবাশ বছৰীয়া প্ৰাচীন কৰ্দৈ আৰু বকুল গছ, সাঁচিপতীয়া পুথি আদি। সত্ৰলৈ সোমোৱা বাটতে আছে খোলচোৰা পুখুৰী নামেৰে প্ৰখ্যাত এটা পুখুৰী। বদুলা আতাই সত্ৰৰ খোল চাবৰ বাবে এই পুখুৰীৰ পাৰতে এঘৰ মানুহ বহুৱাইছিল। তাৰে পৰাই পুখুৰীটোৰ নাম খোলচোৰা পুখুৰী হ'ল বুলি জনা যায়।

অসমত, বিশেষকৈ উজনি তথা উত্তৰ অসমত বৈষ্ণৱ ধৰ্ম প্ৰচাৰত বদুলা আতা আৰু বদুলা সত্ৰৰ উল্লেখযোগ্য অৰিহণা আছে।

নিত্য নাম-প্ৰসংগ আদিৰ উপৰি বদুলা আতাৰ তিথি প্ৰতি বছৰে সমাৰোহেৰে ইয়াত পালন কৰ হয়। বদুলা সত্ৰ অসমৰ এক পুৰণি ধৰ্মীয় স্থান, প্ৰতি বছৰে বহু ভক্ত ইয়ালৈ আগমন আহে।।

এই বদুলা সত্ৰৰ চৌহদতে সম্প্ৰতি মাধৱদেৱ কলাক্ষেত্ৰ স্থাপন কৰা হৈছে। ইয়াৰ বাবে সত্ৰৰ ফালৰ পৰা ৬৮ বিঘা মাটি দান দিয়া হৈছে।

# বৰদোৱা, নগাঁও

অসমৰ এখন পবিত্ৰ তীৰ্থ বৰদোৱা। নগাঁও চহৰৰ পৰা প্ৰায় ১৮ কিলোমিটাৰ নিলগত অৱস্থিত বৰদোৱাৰেই সমীপৱৰ্তী আলিপুখুৰীত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ জন্ম হৈছিল। অতীজতে ব্ৰহ্মপুত্ৰৰ পাৰৰ এই অঞ্চল বৰ দ, — বৰডোবা বা ডোভাৰে পৰিপূৰ্ণ জলময় ঠাই আছিল বুলি জনা যায়। শ্ৰীমন্ত শংকৰদেৱৰ উপৰিপুৰুষ চণ্ডীবৰে তাত আলি বান্ধি পুখুৰী খান্দি গাঁও পাতি বাস কৰিছিল। বৰ দ বা বৰডোবাৰে পৰিপূৰ্ণ কাৰণে মানুহৰ মুখত পৰি অঞ্চলটোৰ নাম বৰদোৱা হ'ল বুলি কোনো কোনোৱে কয়। আন এক কিংবদন্তি অনুসৰি কুণ্ডিল কুঁৱৰী ৰুক্মিণীয়ে তেওঁক হৰণ কৰি নিবলৈ অনুৰোধ জনাই বেদনিধি নামৰ এজন ব্ৰাহ্মণক শ্ৰীকৃষ্ণৰ ওচৰলৈ পঠিয়াইছিল। বেদনিধিক লগত লৈ শ্ৰীকৃষ্ণ দ্বাৰকাৰ পৰা কুণ্ডিল নগৰলৈ আহোতে তেওঁৰ ৰথ ইমান বেগেৰে চলিছিল যে ৰথৰ বেগত বেদনিধি মূৰ্চা গ'ল। শ্ৰীকৃষ্ণই তেতিয়া এই ঠাইতে ৰথ ৰাখি বেদনিধিৰ গালে-মুখে পানী ছটিয়াই দিয়াত তেওঁৰ চেতনা ঘূৰি আহে। ইয়াৰ পাছত এজোপা বটবৃক্ষৰ ছাঁত খন্তেক জিৰণি লৈ শ্ৰীকৃষ্ণ ৰথত উঠোতে দিয়া তেওঁৰ ভৰৰ ফলত ঠাইডোখৰ 'বৰ দ' হৈ পৰে। তেতিয়াৰে পৰা এই অঞ্চল বৰদোৱা নামেৰে [illegible]চিত হয় বুলি জনা যায়।

এসময়ত হেনো প্ৰচণ্ড খৰাং হৈছিল। খৰাঙত মানুহৰ বিলাই-বিপত্তিৰ সীমা নোহোৱাত মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে ইয়াৰ পৰা পৰিত্ৰাণ বিচাৰি এজোপা বটবৃক্ষৰ তলত ৰাতি নাম-কীৰ্তনৰ আয়োজন কৰিছিল। উল্লিখিত বটবৃক্ষজোপা আকৌ বিষ্ণুৰ বৰাহ অৱতাৰৰ গাৰ এডাল নোমৰ পৰা সৃষ্টি হোৱা বুলি কোৱা হয়। যি কি নহওঁক যথাসময়ত নাম-কীৰ্তন শেষ হ'ল আৰু সকলো ঘৰাঘৰি গ'ল। ইয়াৰ পাছত মাজৰাতি শংকৰদেৱে তেওঁৰ দুজন শিষ্য সৰ্বজয় আৰু বলোৰামক লগত লৈ বটবৃক্ষজোপাৰ তললৈ আহি যোগবলেৰে গংগাক আহ্বান কৰিবলৈ ধৰে। শংকৰৰ যোগবলত গংগা



ধৰালৈ নামি আহে আৰু সেই জলধাৰত বটবৃক্ষ দ্ৰৱিত হৈ সেই ঠাইতে এক মনোৰম সৰোবৰৰ সৃষ্টি হয়। আকাশৰ পৰা গংগা নমাই অনা বাবে এই সৰোবৰ আকাশীগংগা নামেৰে জনাজাত। 'বট দ্ৰৱ' হোৱা বাবে এই ঠাই বটদ্ৰৱা নামেৰেও সমধিক প্ৰসিদ্ধ। অৱশ্যে বৰদোৱা বা বটদ্ৰৱা নামকৰণ কেতিয়াৰ পৰা হয় তাৰ স্পষ্ট তথ্য পাবলৈ নাই। যি কি নহওঁক বৰ্তমান 'বৰদোৱা' আৰু 'বটদ্ৰৱা' দুয়োটা সম অৰ্থত প্ৰয়োগ হোৱা দেখা যায়।

মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱৰ শৈশৱ, কৈশোৰ আৰু কৰ্মজীৱনৰ স্থলী হিচাপে অসমৰ জনমানসত বৰদোৱাৰ বিশেষ মৰ্যাদা আছে। ইয়াতে শংকৰদেৱে প্ৰথমটো কীৰ্তন ঘৰ সজাইছিল বুলি জনা যায়। শংকৰদেৱে তেওঁ প্ৰৱৰ্তন কৰা নামধৰ্ম জনসাধাৰণৰ মাজত জনপ্ৰিয় কৰাৰ অৰ্থে ৰং-ৰহইচ, আনন্দ-উপভোগৰ কেইটামান আদৰণীয় আৰু আকৰ্ষণীয় সম্পদ কীৰ্তন ঘৰ বা সত্ৰৰ লগত সাঙোৰ খুৱাই ৰাখিলে। এই আকৰ্ষণীয় সাংস্কৃতিক অনুষ্ঠানৰ ভিতৰত বৰদোৱাত গুৰুজনাই প্ৰথম অনুষ্ঠিত কৰা 'চিহ্নযাত্ৰা' ভাওনাৰ কথা উল্লেখ কৰিব পাৰি। ১৪৭০ চনত ২১ বছৰ বয়সত শংকৰদেৱে বৰদোৱাত সূচনা কৰে ফাকুৱা বা দৌল উৎসৱৰ। শংকৰদেৱ প্ৰৱৰ্তিত সেই দৌল উৎসৱ আজিও অসমৰ সত্ৰ সমাজ তথা ভক্তপ্ৰাণ ৰাইজৰ মাজত প্ৰচলন হৈ আছে।

১৫১৬-১৭ চনমানত নিৰাপত্তাজনিত কাৰণত শংকৰদেৱে বৰদোৱা ত্যাগ কৰে। ইয়াৰ পৰিণতিত বৰদোৱাত গুৰুজনাই নৱজাগৰণৰ সূচনা কৰা ধৰ্ম-সমাজ-সংস্কৃতিৰ সত্ৰানুষ্ঠান ক্ৰমশঃ স্তব্ধ হৈ পৰে। বৰদোৱা এৰাবাৰী হ'ল আৰু কালক্ৰমত বানপানী, খৰাং আদি নানানটা প্ৰাকৃতিক দুৰ্যোগত পুণ্যথান বৰদোৱা হাবি-বন, দলনি-পিটনি, জলাশয়পূৰ্ণ হৈ সত্ৰৰ চিন-চাব হেৰাই গ'ল।

ইয়াৰ প্ৰায় ১৪০ বছৰৰ পাছত ১৬৫৬ চনত শংকৰদেৱৰ পুত্ৰ হৰিচৰণ ঠাকুৰ, নাতিবোৱাৰী কনকলতা আৰু ভাগিন দামোদৰ আতাৰ উদ্যোগত বৰদোৱা পুনৰুদ্ধাৰ হয়। সত্ৰ পুনৰ উজ্জীৱিত হৈ উঠে। এনেদৰে শতাধিক বছৰ চলাৰ পাছত শংকৰদেৱৰ উত্তৰাধিকাৰীসকলৰ মাজত হোৱা বিবাদৰ পৰিণতিত বৰদোৱা সত্ৰ বৰহিছা (নৰোৱা) আৰু সৰুহিছা (শ'লগুৰি) নামে দুখন সত্ৰত বিভক্ত হয়। যি

কি নহওঁক কেইগৰাকী-মান উদ্যোগী লোকৰ চেষ্টাত ১৯৫৮ চনত বৰহিছা আৰু সৰুহিছাৰ মধ্যস্থলত উঁমেহতীয়া কীৰ্তন ঘৰ সাজি আনুষ্ঠানিকভাৱে মুকলি কৰা হয়। ১৯৬৪ চনত বটদ্ৰৱা থান পৰিচালনা সমিতি গঠন কৰা হয় আৰু এই সমিতিয়ে দুয়োখন সত্ৰৰ সমন্বয়ত বিভিন্ন কাম-কাজ পৰিচালনা কৰি আহিছে।

বৰদোৱা সত্ৰৰ ভিতৰত থকা পৱিত্ৰ আকাশীগংগা, দৌল মন্দিৰ, পাদশিলা গৃহ (ইয়াতে শিলত খোদিত গুৰুজনাৰ ভৰিৰ পতাৰ চিহ্ন আছে বুলি জনবিশ্বাস প্ৰচলিত), মণিকূটসহ কীৰ্তন ঘৰ, গুৰুজনাই সাঁচিপাতত লিখিবৰ বাবে ৰোৱা সাঁচি গছ, টেম্বুৱানী জান, শংকৰদেৱ গৱেষণা কেন্দ্ৰ, শিলিখা গছ আদিয়ে সত্ৰখনৰ ঐতিহ্য আৰু মাহাত্ম্য বৃদ্ধি কৰিছে।

দ্বিতীয় বৈকুণ্ঠৰূপে মান্যতা লাভ কৰা বৰদোৱাত শংকৰদেৱ-মাধৱদেৱ আৰু আন বৈষ্ণৱ গুৰুসকলৰ জন্ম-মৃত্যু তিথি, দৌল উৎসৱ, ভাওনা, অংকীয়া নাট আদি সমাৰোহেৰে উদ্‌যাপন কৰা হয়।



# বৰভেটি, যোৰহাট

যোৰহাট নগৰৰ পৰা প্ৰায় ৬ কিলোমিটাৰ পশ্চিমে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষতে চকুত পৰে শ্ৰীশ্ৰী অষ্টভুজদেৱ বৰভেটি ধামৰ আদৰণী তোৰণ। এই তোৰণেদি প্ৰায় ৮ কিলোমিটাৰ গ'লেই পোৱা যায় পথাৰৰ মাজত গছ-গছনিৰে আবৰা ইতিহাসপ্ৰসিদ্ধ বৰভেটি।

বুৰঞ্জীয়ে কয়, মোৱামৰীয়া বিদ্ৰোহৰ সময়ত খুটীয়াপোতা মায়ামৰা সত্ৰৰ নৱমজন সত্ৰাধিকাৰ অষ্টভুজৰ পুত্ৰ সপ্তভুজে ১৭৬৮ চনৰ নৱেম্বৰ মাহত শদিয়াৰ পৰা মানাহলৈকে সকলো শিষ্যকে নিমন্ত্ৰণ কৰি ইয়াৰে ২৪ ফুট দ ঠাইত এটা ভেটি বন্ধায়। ইয়েই বৰভেটি। বুৰঞ্জীত উল্লেখ আছে যে, ইয়াত প্ৰায় আঠ লাখ শিষ্য সমৱেত হৈছিল। শিষ্যসকলৰ সকলোৱে এচপৰাকৈ মাটি দি হেনো এই ভেটি বান্ধিছিল। পোনতে ভেটিটোৰ দৈৰ্ঘ্য আছিল প্ৰায় ৩৬০ ফুট, প্ৰস্থ ১২০ ফুট আৰু উচ্চতা প্ৰায় ১০০-১০৫ ফুট। বৰ্তমান অৱশ্যে ভেটিটোৰ উচ্চতা ২০-২২ ফুট মানহে হ'ব। মোৱামৰীয়া বিদ্ৰোহৰ সূত্ৰপাত ঘটোৱাৰ উদ্দেশ্যে জনসমৰ্থনৰ বুজ ল'বলৈ এই ভেটি বন্ধোৱা হৈছিল বুলি জনশ্ৰুতি প্ৰচলিত। সম্প্ৰতি এক ধৰ্মীয় পীঠস্থানৰূপে গঢ় লৈ উঠা বৰভেটিত চাকি-বন্তি জ্বলালে, শৰাই আগবঢ়ালে, নিমখ দান কৰিলে মনোবাঞ্ছা পূৰ্ণ হয় বুলি জনবিশ্বাস প্ৰচলিত। ভক্ত তথা পৰ্যটকৰ সুবিধাৰ্থে ইয়াত খোৱাপানী আৰু জিৰণি ঘৰ আছে। কাষতে আছে এক বিস্তীৰ্ণ জলাহভূমি, য'ত বিভিন্ন জাতৰ পৰিভ্ৰমী তথা স্থানীয় চৰাই দেখিবলৈ পোৱা যায়। প্ৰতিবছৰে আঘোণ মাহত ইয়াতে ন-লগোৱা উৎসৱ সমাৰোহেৰে পালন কৰা হয়। সেই সময়ত অগণন তীৰ্থযাত্ৰীৰ সমাগমেৰে বৰভেটি জনাৰণ্যত পৰিণত হয়।

# বৰপাত্ৰ দৌল, কালুগাঁও, শিৱসাগৰ

শিৱসাগৰ নগৰৰ ওচৰৰ কালুগাঁৱত থকা এটা ৰজাদিনীয়া দৌল বৰপাত্ৰ দৌল। ১৭১৪ চনত আহোম স্বৰ্গদেউ ৰুদ্ৰ সিংহ স্বৰ্গী হোৱাত তেওঁৰ বৰপুত্ৰ শিৱ সিংহ ৰাজপাটত উঠে। ছমাহমান ৰাজত্ব কৰাৰ পাছত দৈৱজ্ঞসকলে তেওঁৰ 'ছত্ৰভংগ যোগ' পৰিছে বুলি কোৱাত ধৰ্মভীৰু শিৱ সিংহই তেওঁৰ ৰাণী ফুলেশ্বৰীক ৰজাৰ সমান অধিকাৰেৰে 'বৰৰজা' উপাধি দি ৰাজ্যৰ শাসনভাৰ এৰি দিয়ে। 'বৰৰজা' হৈ ফুলেশ্বৰীয়ে ভায়েক হৰিনাথক বৰপাত্ৰ গোহাঁই, দদায়েক জয়ানন্দক ঢেকিয়াল বৰুৱা আৰু ভতিজাক হৰিক টিপমীয়া ফুকন পাতে। হৰিনাথ বৰপাত্ৰ গোহাঁই হৈ জেৰেঙা পথাৰৰ দক্ষিণে কালুগাঁৱত খৰিকটীয়া আলিৰ কাষতে পুখুৰী খন্দোৱায় আৰু তাৰ পাৰত দুটা দৌল বন্ধোৱায়। দৌল দুটাৰ নাম ক্ৰমে জগদ্ধাত্ৰী দৌল আৰু বিষ্ণু দৌল। বৰপাত্ৰ গোহাঁয়ে সজোৱা বাবে এই দৌলৰ আন নাম বৰপাত্ৰ দৌল। দৌলটোৰ মাটিকালি ১ বিঘা ৪ লেচা। পুখুৰীটোৰ নাম লক্ষীসাগৰ পুখুৰী। লক্ষীসাগৰ পুখুৰীৰ বিপৰীত দিশতে হৰিনাথ বৰপাত্ৰৰ বাৰী আছিল বুলি জনা যায়। এই পুখুৰীৰ পাৰতে আছে বৰপাত্ৰ মধ্য ইংৰাজী বিদ্যালয় আৰু বৰপাত্ৰ হাইস্কুল।

গড়গাঁৱৰ সমীপৱৰ্তী কেন্দুগুৰিতো কেন্দুগুৰীয়া চেংকং বৰপাত্ৰ গোহাঁয়ে খন্দোৱা এটা পুখুৰী আৰু তাৰ পাৰত তিনিটা দৌল আছে। এইকেইটা কেন্দুগুৰিৰ বৰপাত্ৰ দৌল নামেৰে জনাজাত।



# বশিষ্ঠাশ্ৰম, গুৱাহাটী

গুৱাহাটী মহানগৰৰ পৰা প্ৰায় ১১ কিলোমিটাৰ দক্ষিণে সন্ধ্যাচল পাহাৰত অৱস্থিত এখন তীৰ্থস্থান আৰু পৰ্যটক আকৰ্ষক কেন্দ্ৰ বশিষ্ঠাশ্ৰম। 'কালিকা পুৰাণ'ৰ মতে ব্ৰহ্মাৰ মাসন পুত্ৰ বশিষ্ঠ মুনি আছিল সূৰ্য বংশীয় ৰজাসকলৰ কুল পুৰোহিত। এই সূৰ্য বংশৰে ৰজা ইক্ষ্বাকুৰ এজন পুত্ৰ আছিল নিমি। হিমালয়ৰ সমীপৰ বৈজয়ন্ত নগৰত নিমিয়ে ৰাজত্ব কৰিছিল। অতি ধৰ্মপৰায়ণ ৰজা নিমিয়ে এবাৰ এক বিৰাট যজ্ঞৰ আয়োজন কৰি প্ৰথমে বশিষ্ঠক আৰু পাছত ক্ৰমে গৌতম, অত্ৰি, অংগিৰা আৰু ভৃগু মুনিক পৌৰহিত্য কৰিবৰ বাবে আমন্ত্ৰণ জনায়। বশিষ্ঠ মুনি সেই সময়ত দেৱৰাজ ইন্দ্ৰই আয়োজন কৰা আন এক যজ্ঞত ব্যস্ত আছিল। সেয়ে তেওঁ নিমিক ইন্দ্ৰৰ যজ্ঞ শেষ হোৱালৈকে ৰ'বলৈ ক'লে। বহুদিন অপেক্ষা কৰাৰ পাছতো বশিষ্ঠ মুনি নহাত নিমিয়ে গৌতম মুনিক যজ্ঞৰ দায়িত্ব দিয়ে। ইফালে ইন্দ্ৰৰ যজ্ঞ শেষ কৰি আহি বশিষ্ঠ মুনিয়ে গৌতম মুনিক নিমি ৰজাৰ যজ্ঞত দেখি অপমানিত বোধ কৰে আৰু ৰজাক অশৰীৰী বা দেহহীন হ'বলৈ অভিশাপ দিয়ে।

সেই সময়ত ৰজা নিমি আছিল টোপনিত। সাৰ পাই বশিষ্ঠৰ অভিশাপৰ কথা জানিব পাৰি নিমিয়েও বশিষ্ঠক প্ৰতিশাপ দিলে যে নিদ্ৰিতজনক অভিশাপ দিয়াৰ বাবে তেৰোঁ (বশিষ্ঠ) দেহহীন হ'ব। কিয়নো নিদ্ৰাৰত আৰু আহতজনক অভিশাপ দিয়াটো আছিল নীতিবিৰুদ্ধ কথা। যি কি নহওঁক, পৰস্পৰৰ শাপৰ ফলত নিমি আৰু বশিষ্ঠ দুয়োজনেই দেহত্যাগ কৰি অশৰীৰী হৈ পৰে।

নিমিৰ শাপৰ পৰা পৰিত্ৰাণ পাবলৈ বশিষ্ঠ মুনি বিষ্ণুৰ কাষ চাপিল। বিষ্ণুৱে বশিষ্ঠক কামৰূপৰ সন্ধ্যাচল পাহাৰত ধ্যান কৰিবলৈ পৰামৰ্শ দিলে। সেই অনুসৰি বশিষ্ঠ ধ্যানত বহে আৰু তেওঁৰ ধ্যানত বিষ্ণু সন্তুষ্ট হয়। ইয়াৰ পাছত মুনিয়ে তপোবলত স্বৰ্গৰ আকাশী গংগাৰ ত্ৰিধাৰা সন্ধ্যা, ললিতা আৰু কান্তাক মৰ্ত্যলৈ নমাই আনি ত্ৰিধাৰাৰ সংগম স্থলত স্নান কৰি পূৰ্বৰ ৰূপ ঘূৰাই পায়। সেয়ে এই

ত্ৰিধাৰাৰ আন এটা নাম বশিষ্ঠ গংগা। বশিষ্ঠ গংগাৰ পাৰতে মুনিয়ে তাৰা দেৱীৰ তাৰাপীঠ আৰু তাৰ সমীপতে গোলকেশ্বৰ শিৱ আৰু মংগলেশ্বৰ শিৱপীঠ স্থাপন কৰে। বশিষ্ঠ মুনিয়ে আশ্ৰম পাতি তপস্যা কৰা বাবে অঞ্চলটো বশিষ্ঠাশ্ৰম আৰু মন্দিৰটো বশিষ্ঠ মন্দিৰ নামে জনাজাত হয়।

১৭৫১ চনত আহোম ৰজা ৰাজেশ্বৰ সিংহই ইয়াত এটা মন্দিৰ নিৰ্মাণ কৰায় আৰু শিলালিপি খোদিত কৰে। ইয়াত ৯৯৩ বিঘা লাখেৰাজ (খাজনা দিব নলগীয়া) আৰু ৬৬৪ বিঘা নিস্পিখেৰাজ (আধা খাজনা দিবলগীয়া) মাটি আছে।

বশিষ্ঠ গংগা নদীখন উত্তৰবাহিনী হৈ ভৰলু নামেৰে ব্ৰহ্মপুত্ৰত পৰিছে। বশিষ্ঠাশ্ৰমৰ কাষতে বশিষ্ঠ মুনিৰ ভাৰ্যা অৰুন্ধতী দেৱীৰ পদচিহ্ন আছে। এই পদচিহ্নৰ নাম অৰুন্ধতী শিলা।



# বাঘেশ্বৰী মন্দিৰ, বঙাইগাঁও

বঙাইগাঁও চহৰৰ প্ৰায় মাজ মজিয়াতে আছে ঐতিহ্যপূৰ্ণ বাঘেশ্বৰী মন্দিৰ। অতি জাগ্ৰত এই দেৱী মন্দিৰত কোনো বিগ্ৰহ নাই। সিংহাসনৰ ওপৰত এখন খড়গ (তৰোৱাল) প্ৰতিষ্ঠা কৰা আছে আৰু খড়গৰূপী দেৱী বাঘেশ্বৰীকে পূজা কৰা হয়।

বাঘেশ্বৰী মন্দিৰ সম্পৰ্কে কেইবাটাও জনশ্ৰুতি প্ৰচলিত। এটা জনশ্ৰুতি মতে, এজন খেতিয়কে এদিন কান্ধত ধানৰ ভাৰ লৈ জান এটা পাৰ হ'ব খুজিছিল। তেওঁৰ ভাৰখন এপিনে পাতল যেন লগাত জানৰ পৰাই এটা শিল পাতল হোৱা ফালে উঠাই ল'লে আৰু তেনেদৰেই আহি ঘৰ পালেহি। খেতিয়কৰ ঘৈণীয়েকে সেই শিলটোকেই তিনিটা উধানৰ এটা উধান কৰি ধান সিজালে। নিশা খেতিয়কে সপোনত দেখিলে, এগৰাকী দীপলিপ গাভৰুৱে আহি ক'লেহি, 'তই মোক নিজৰাৰ পৰা লৈ আহিলি আৰু পুৰি কষ্ট দিলি। কাইলৈ পুৱাই মোক নিজৰাৰ পানীত থৈ আহিবিগৈ। তোক মই যি ৰূপেৰেই দেখা দিওঁ, তই ভয় নকৰিবি। মোক তুলি তই পূজা কৰি থাকিবি।' পাছদিনা পুৱা খেতিয়কজনে কথামতে জানটোত শিলটো পেলাই দি গা-পা ধুই দেখিলে যে এখন তৰোৱাল চিক্‌মিকৈ পানীৰ তলে তলে উটি আহিছে। তেওঁ সেই তৰোৱালখন থাপ মাৰি ধৰি তুলি লৈ ঘৰ পালেহি। ঘৰলৈ আহি হাঁহ-পাৰ বলি দি পূজা-অৰ্চনা কৰিবলৈ ধৰিলে। সেই সময়ত হেনো সেই অঞ্চলত বাঘে বৰ উপদ্ৰৱ কৰিছিল। তৰোৱালৰূপী দেৱীক পূজা দিয়াৰ পাছৰে পৰা বাঘৰ উপদ্ৰৱ নোহোৱা হ'ল। লাহে লাহে ওচৰ-চুবুৰীয়া মানুহেও পূজা দি ফল লাভ কৰাত এই কথা দূৰ-দূৰণিলৈ বিয়পি তেতিয়াৰ বিজনীৰ ৰজাৰ কাণতো পৰিল। পাছত ৰজাৰ প্ৰচেষ্টাতে নিৰ্মাণ কৰা হয় দেৱী মন্দিৰ বাঘেশ্বৰী (বাঘৰ ঈশ্বৰী)। বিজনীৰ ৰজাই দেৱোত্তৰ মাটিও (দেৱতাৰ পূজা-সেৱা চলাবৰ কাৰণে দিয়া নিস্কৰ মাটি) দান কৰে। বিজনীৰ ৰাণী অভয়াপুৰীয়ে এই মন্দিৰলৈ দিয়া তামৰ নাগাৰা আৰু কাঁহৰ ঘণ্টা এতিয়াও আছে।

বাঘেশ্বৰী মন্দিৰ সম্পৰ্কত থকা আন এক জনশ্ৰুতি অনুসৰি সতীৰ দেহত্যাগৰ পাছত বিষ্ণুৱে সুদৰ্শন চক্ৰৰে সতীৰ দেহ খণ্ড-বিখণ্ড কৰে। ইয়াত সতীৰ হাতৰ খড়গ বা তৰোৱাল খহি পৰিছিল। পাছলৈ এই তৰোৱাল বাঘেশ্বৰী দেৱীৰূপে পূজিতা হয়।

আন এক জনশ্ৰুতি অনুসৰি ভূটীয়া ৰজাই কোচসকলৰ লগত যুঁজ কৰাৰ সময়তে কোনো এগৰাকী ৰাজবংশী ক্ষত্ৰিয় বীৰাংগনাই শত্ৰুপক্ষৰ বিৰুদ্ধে যুঁজি প্ৰাণত্যাগ কৰিছিল। সৈন্যবাহিনীয়ে আদৰ-যত্ন কৰি সেই মৃত বীৰাংগনাগৰাকীক বৰ্তমানৰ বাঘেশ্বৰী পাহাৰৰ দক্ষিণ-পশ্চিম কোণত সৎকাৰ কৰে আৰু তেওঁৰ খড়গখনক শক্তিৰ প্ৰতীক বুলি তাতে দেৱীত্ব ভাব আৰোপ কৰি পূজা কৰিবলৈ লয়।

এনেদৰে বাঘেশ্বৰী মন্দিৰ সম্পৰ্কত বহুকেইটা জনশ্ৰুতি প্ৰচলিত। এই মন্দিৰত নিত্য পূজা আৰু সন্ধ্যা আৰতিৰ উপৰি দুৰ্গা পূজা অতি ধূমধামেৰে অনুষ্ঠিত হয়। পূজাৰ নৱমী দিনা এতিয়াও ম'হ বলি হয়। এই মন্দিৰত মাঘবিহুৰ সময়ত হোম-যজ্ঞ আদি অনুষ্ঠিত হয়। বাঘেশ্বৰী মন্দিৰৰ পূজাৰীসকলক দেউৰী বুলি কয়। দেউৰী-সকলে পুৰুষানুক্ৰমে দেৱালয়ৰ পূজা চলাই আহিছে। এওঁলোক ৰাজবংশী মানুহ। এই দেউৰীসকলৰে এজন গৌৰী চৌধুৰীৰ সময়তে বাঘেশ্বৰী মন্দিৰ নতুনকৈ নিৰ্মাণ কৰা হয়। পূৰ্বতে বিজনীৰ ৰাজপৰিয়ালৰ পৰা দেৱালয়লৈ দুৰ্গা পূজাৰ সকলো সামগ্ৰী আহিছিল। পাছত জমিদাৰী প্ৰথা নোহোৱা হোৱাত স্থানীয় ৰাইজে দেৱালয়ৰ কাৰ্যকৰী সমিতি পাতি দেউৰীৰ সহায়ত মন্দিৰ পৰিচালনা কৰিছে।

বহুতৰ মতে দেৱীৰূপী তৰোৱালখনত কিবা খোদিত কৰা আছে। কিন্তু যিহেতু দেৱীৰূপত পূজা কৰা হয়, সেয়ে তৰোৱালখন পৰিষ্কাৰ কৰা নিষেধ। নিতৌ গাখীৰ আদিৰে ধুৱাই থকাৰ ফলত তৰোৱালখনত চামনি পৰি তাত কিবা আছিল যদিও জানিবৰ উপায় নোহোৱা হ'ল।

বাঘেশ্বৰী মন্দিৰৰ ঐতিহ্য তথা গৰিমাৰ বাবে নিতৌ বহু দৰ্শনাৰ্থীৰ ইয়াত সমাগম হয়।



# বাদুলী খোৰোং, কন্দলী পাহাৰ, নগাঁও

নগাঁও জিলাৰ দক্ষিণ-পূবৰ ঐতিহাসিক কন্দলী পাহাৰত বাদুলী খোৰোং অৱস্থিত। বাদুলী খোৰোং দৰাচলতে এটা শিলৰ গুহা। ইয়াত অসংখ্য ৰং-বিৰঙৰ বাদুলী ওলমি থাকে। জনশ্ৰুতি অনুসৰি গুহাৰ আভ্যন্তৰত বামুণী গোঁসাইৰ থান আছে। পূৰ্বতে হেনো মানুহে কন্দলীলৈ (কদলী বুলিও কয়) বামুণী গোসাঁইৰ থানেৰে অহা-যোৱা কৰিছিল।

প্ৰবাদ অনুসৰি প্ৰাক্ বৈষ্ণৱ যুগত কন্দলীত ৰাণী প্ৰমীলাই ৰাজত্ব কৰিছিল। পুৰুষ বৰ্জিত এই প্ৰমিলাৰ ৰাজ্যৰ বাসিন্দা আছিল কেৱল নাৰী। কোনো পুৰুষৰ তাত প্ৰৱেশৰ অনুমতি নাছিল। কোনো পুৰুষে এই ৰাজ্যত প্ৰৱেশৰ চেষ্টা কৰিলেও তেওঁ কঠোৰ শাস্তিৰ সন্মুখীন হ'ব লগা হৈছিল।

এবাৰ এজন মুনিয়ে নিজৰ কৌতূহল দমাব নোৱাৰি পুৰুষ অবিহনে নাৰীসকলে কিদৰেনো থাকে তাকে চাবৰ বাবে মনে মনে গুহাত সোমাওঁতেই গুপ্তচৰৰ হাতত ধৰা পৰে। ৰাণী প্ৰমিলাই দোষী সাব্যস্ত কৰি মুনিজনক শিলত ওলোমাই কঠোৰ শাস্তি বিহে। ইয়াতে মুনিয়ে অপমানিত বোধ কৰি ৰাজ্যখনৰ সকলো নাৰীকে বাদুলী হৈ ওলমি থাকিবলৈ শাপ দিয়ে। মুনিৰ অভিশাপৰ ফলতেই সকলো নাৰী এই গুহাত বাদুলী হৈ ওলমি ৰয়। এই গুহাত এতিয়াও ওলমি থকা হাজাৰ-বিজাৰ বাদুলীবোৰ সেই অভিশপ্ত নাৰীবোৰেই বুলি জনবিশ্বাস প্ৰচলিত। মুনিৰ অভিশাপৰ বাবেই বাদুলীবোৰ গুহাৰ নিৰ্দিষ্ট পৰিধি অতিক্ৰম কৰি কেতিয়াও বাহিৰলৈ নাযায়। গুহাতে ওলমি থাকে। বাদুলী ওলমি থকা খোৰোং বা গুহা বাবে গুহাটোৰ নাম বাদুলী খোৰোং। গুহাটোৰ নামেৰেই সমীপৱৰ্তী অঞ্চলটোও বাদুলী খোৰোং নামেৰে পৰিচিত আৰু জনাজাত হয়।

২০০১ চনৰ পৰা স্থানীয় ৰাইজৰ উদ্যোগত শিৱৰাত্ৰিৰ এদিন পাছৰ পৰা ইয়াত বাদুলী খোৰোং মেলা অনুষ্ঠিত হৈ আহিছে। বাদুলী খোৰোং মেলালৈ দূৰ-দূৰণিৰ পৰা অগণন ভক্ত আহি নিজৰ মনোবাঞ্ছা পূৰণৰ অৰ্থে এগছিকৈ বন্তি জ্বলাবলৈ হেতা-ওপৰা লগোৱাৰ উপৰি গুহাত থকা বাদুলীবোৰ স্বচক্ষে চাবৰ বাবে প্ৰচণ্ড ভিৰ সৃষ্টি কৰে। প্ৰতিবছৰে এই মেলা উৎসৱ অতি উলহ-মালহেৰে পালন কৰা হয়।

# বিল্বেশ্বৰ দেৱালয়, বেলশৰ, নলবাৰী

নলবাৰী চহৰৰ পৰা প্ৰায় ১৪ কিলোমিটাৰ পশ্চিমৰ বেলশৰত শ্ৰীশ্ৰী বিল্বেশ্বৰ দেৱালয় অৱস্থিত। ইয়াৰ প্ৰতিষ্ঠাৰ আঁৰত এটা কাহিনী আছে। অতি প্ৰাচীনকালত ৰূপ নাৰায়ণ নামৰ এজন ব্ৰাহ্মণৰ ঘৰত এজনী কপিলী গাই আছিল। ব্ৰাহ্মণে ঘৰত গাইজনীৰ পৰা গাখীৰ নাপায়। কিন্তু ওচৰৰে টিলা এটাত থকা বিৰিণা এজোপাৰ ওচৰত তাইৰ ওহাৰৰ পৰা আপোনা-আপুনি গাখীৰ ওলাবলৈ ধৰে। ব্ৰাহ্মণে এদিন ওচৰ-চুবুৰীয়াৰ সৈতে সেই মাটিখিনি খান্দি চালে আৰু মাটিৰ তলত এক শিৱ লিংগ আৱিষ্কাৰ কৰিলে। কোৰেৰে খান্দোতে হেনো লিংগটোৰ এফাল এৰাই গৈছিল। এতিয়াও তেনে অৱস্থাতে লিংগটো দেখা যায়। লৌহিত্য বংশৰ নাগাক্ষ বা নাগশংকৰ ৰজাই সেই কথা গম পাই হাতী লগাই শিৱ লিংগটো উলিয়াব খুজিলে। কিন্তু বিফল হোৱাত তেওঁ তাতে এখন দেৱালয় সাজি দিলে। শিৱ বিৰিণাৰ তলত উদ্ধাৰ হোৱা বাবে কোৱা হয় বিৰিণাৰ ঈশ্বৰ — বিন্নেশ্বৰ, ক্ৰমে অপভ্ৰংশ হৈ বিল্বেশ্বৰ আৰু বেলশৰ। নাগাক্ষ ৰজাই সজোৱা জামুগুৰিৰ ওচৰৰ নাগশংকৰ দেৱালয় নিৰ্মাণ কৌশলৰ সৈতে এই দেৱালয়ৰ নিৰ্মাণশৈলীৰ যথেষ্ট সাদৃশ্য আছে। অৱশ্যে কিছু পণ্ডিতে দ্বিতীয় শতিকাৰ নাগাংক ৰজাইহে বিল্বেশ্বৰ দেৱালয় নিৰ্মাণ কৰিছিল বুলি মত প্ৰকাশ কৰিছে। অতীতৰ নাগাক্ষ বা নাগাংক ৰজাৰ পৰা এতিয়ালৈকে শাসকসকলেই এই দেৱালয়ৰ সংৰক্ষণ আৰু ৰক্ষণাবেক্ষণ কৰি আহিছে। গতিকে বিভিন্ন ধৰ্মীয় মতবাদৰ শাসকসকলৰ প্ৰভাৱ এই দেৱালয়ত পৰিছে। হিন্দু ধৰ্মৰ শৈৱ, শাক্ত, বৈষ্ণৱ আদি সকলো শাখাৰ প্ৰভাৱ পৰাৰ ফলস্বৰূপে বিল্বেশ্বৰ দেৱালয়ত বিভিন্ন ধৰণৰ উৎসৱ তথা পূজাৰ প্ৰাদুৰ্ভাৱ লক্ষ্য কৰা যায়।

এই দেৱালয়ত হাঁহ, পাৰ, ম'হ, ছাগলী, কোমোৰা আদি বলি বিধানৰ প্ৰথা অতি প্ৰাচীন। দুৰ্গা পূজাৰ মহানৱমীৰ দিনা ম'হ বলিক কেন্দ্ৰ কৰি প্ৰতি বছৰে ইয়াত অগণন লোকৰ সমাৱেশ হৈ আহিছে। মন কৰিবলগীয়া যে বিল্বেশ্বৰ



দেৱালয়ৰ দুৰ্গা পূজাৰ দেৱী মৃন্ময় মূৰ্তি নহয়। এডাল কলগছৰ কাণ্ড অংশক সুশোভিত বস্ত্ৰ, আ-অলংকাৰেৰে সজাই দেৱী মূৰ্তিৰূপে পূজা-অৰ্চনা কৰা হয়। পাল বংশীয় ৰজা ধৰ্মপালে (১০০০-১০১৫) এই দেৱালয়ৰ যথেষ্ট উন্নতিসাধন কৰিছিল। দেৱালয় চৌহদৰ দেৱান পুখুৰীটো কোচ ৰজা নৰনাৰায়ণৰ ভ্ৰাতৃ চিলাৰায় দেৱানে খন্দোৱা।

আহোম ৰজাসকলৰ অৱদান বিল্বেশ্বৰ দেৱালয়ত আটাইতকৈ বেছি। তেওঁলোকে দেৱালয়খনক সমৃদ্ধিশালী কৰি তোলে আৰু ইয়াৰ শ্ৰীবৃদ্ধি তথা পৰিচালনাৰ বাবে বিভিন্নজনক বিভিন্ন পদ দি এটা পদ্ধতিৰ সৃষ্টি কৰে। দেৱালয়ৰ বিভিন্ন কাম-কাজৰ সৈতে জড়িত লোকৰ বসতিস্থল অনুসৰিয়েই বেলশৰ গাঁৱৰ চুবা বা চুবুৰিবোৰৰ নাম নিৰ্ধাৰিত হৈছিল। বৰ্তমান বিভিন্ন চৰকাৰী-বেচৰকাৰী সাহায্যৰ বাবে বিল্বেশ্বৰ দেৱালয় এক উল্লেখনীয় পৰ্যটন স্থলীত পৰিণত হৈছে। এই দেৱালয়ৰ মাটিৰ পৰিমাণ ৫,২৮০ বিঘা ১৪ লেচা। দেৱালয়ৰ মাটিতে সম্প্ৰতি বিভিন্ন চৰকাৰী-বেচৰকাৰী অনুষ্ঠান গঢ়ি উঠিছে।

বিল্বেশ্বৰ দেৱালয় অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

# বিশ্বকৰ্মা মন্দিৰ, গুৱাহাটী

গুৱাহাটীৰ নীলাচল পাহাৰৰ নামনিত কামাখ্যা মন্দিৰলৈ সোমোৱা তোৰণৰ ওচৰতে অৱস্থিত বিশ্বকৰ্মা মন্দিৰ। মন্দিৰটো দেৱশিল্পী বিশ্বকৰ্মাৰ নামত উৎসৰ্গিত। অসম তথা সমগ্ৰ পূব ভাৰতৰ এইটোৱেই সম্ভৱতঃ একমাত্ৰ বিশ্বকৰ্মা মন্দিৰ। ১৯৬৫ চনত এই মন্দিৰটো প্ৰতিষ্ঠা কৰা হয়।

১৯৫৯-৬০ চনত কামাখ্যা মন্দিৰলৈ মটৰ গাড়ী যোৱা পথটো নিৰ্মাণৰ কাম আৰম্ভ হয়। তেতিয়াই পথটো নিৰ্মাণত জড়িত এজন ঠিকাদাৰ মহাবীৰ প্ৰসাদ ধীৰাছাৰিয়াই এই মন্দিৰ নিৰ্মাণত আগ-ভাগ লয়।

তথ্য অনুসৰি, কামাখ্যা মন্দিৰলৈ পথটো নিৰ্মাণ কৰোঁতে ডিনামাইটৰ সহায়ত পাহাৰৰ শিল ভঙা হৈছিল। এনেদৰে বিস্ফোৰণত ভগা শিল আহি নিৰ্মীয়মান পথটোৰ ওপৰত পৰাত তীৰ্থযাত্ৰীৰ যাতায়াতৰ অসুবিধা হোৱাৰ লগতে পথ নিৰ্মাণো বাধাপ্ৰাপ্ত হৈছিল। এনে পৰিস্থিতিত কাষৰীয়া মানুহখিনিয়ে থিৰাং কৰিলে যে নীলাচল পাহাৰৰ কামাখ্যা মন্দিৰলৈ যোৱা পথৰ ৰেহ-ৰূপ সলনিৰ এই ব্যৱস্থাৰ বাবেই ভগৱান নিশ্চয় অসন্তুষ্ট আৰু ৰুষ্ট হৈছে। সেয়ে দেৱশিল্পী বিশ্বকৰ্মাৰ এটা মূৰ্তি স্থাপন কৰি পূজা-অৰ্চনা কৰিলে হয়তো সুফল পোৱা যাব। যিহেতু বিশ্বকৰ্মাক বিশ্ব খনিকৰ আখ্যা দিয়া হয়, সেয়ে এনে কাম-কাজত বিশ্বকৰ্মা সন্তুষ্ট হোৱাটো অতি জৰুৰী। সেই মৰ্মেই ৰাইজে ইয়াত বিশ্বকৰ্মাৰ এটা মূৰ্তি স্থাপন কৰি পূজা-অৰ্চনা কৰা আৰম্ভ কৰিলে। আচৰিতভাৱে ইয়াৰ পাছৰে পৰা একো অসুবিধা নহ'ল আৰু সুকলমে পথটো নিৰ্মাণ হৈ উঠিল।

ইয়াৰ পাছত দেখা গ'ল যে মটৰেৰে সেই পথেৰে কামাখ্যা মন্দিৰলৈ যোৱা কোনো ভক্তই বিশ্বকৰ্মা মূৰ্তিটোতো সেৱা জনায়, ফুল-দক্ষিণা আদিৰে পূজা দিয়ে। দিন যোৱাৰ লগে লগে এনে যাত্ৰীৰ সংখ্যা বাঢ়ি অহাত স্থানীয় বাসিন্দা ভৱকান্ত শৰ্মাই ঠিকাদাৰ মহাবীৰ প্ৰসাদ ধীৰাছাৰিয়াক বিশ্বকৰ্মাৰ স্থায়ী মন্দিৰ এটা স্থাপনৰ বাবে অনুৰোধ জনায় আৰু তাৰ বাবে শৰ্মাই নিজা মাটি দান কৰে। ভৱকান্ত শৰ্মাৰ অনুৰোধ মৰ্মে ধীৰাছাৰিয়াই নিজা খৰচত মাৰ্বলৰ এটা সুদৃশ্য বিশ্বকৰ্মা মূৰ্তিসহ এই মন্দিৰটো নিৰ্মাণ কৰি দিয়ে। ইয়াৰ বাবে যাৱতীয় প্ৰাণ প্ৰতিষ্ঠা পূজা, যজ্ঞ আৰু আন মাংগলিক কাম-কাজো কৰা হয়।



তেতিয়াৰে পৰা মহাবীৰ প্ৰসাদ ধীৰাছাৰিয়াৰ পৰিয়ালেই মন্দিৰটো তদাৰক কৰি আহিছে। একেদৰে মন্দিৰৰ নিত্য পূজা সমাপন কৰে ভৱকান্ত শৰ্মাৰ পৰিয়ালে।

নিত্য পূজাৰ উপৰি বছৰি ইয়াত বিশ্বকৰ্মা পূজা (সাধাৰণতে ১৭ ছেপ্টেম্বৰত) মহা সমাৰোহেৰে উদ্‌যাপন কৰা হয়।

# বিশ্বনাথ ক্ষেত্ৰ

ঐতিহ্য আৰু প্ৰাচীন কীৰ্তিচিহ্নৰে ভৰপূৰ বিশ্বনাথ। ইতিহাসে চুকি নোপোৱা দিনৰে পৰা ইয়াৰ বিশ্বনাথ, অৰ্থাৎ, শিৱ মন্দিৰ অতি বিখ্যাত। এই তীৰ্থক্ষেত্ৰ বিশ্বনাথৰ পৰা অঞ্চলটোৰ নামো বিশ্বনাথ হয়। বৰ্তমান বিশ্বনাথ চাৰিআলিৰ পৰা প্ৰায় ৯ কিলোমিটাৰ দক্ষিণে বুঢ়ীগাং আৰু ব্ৰহ্মপুত্ৰৰ সংগমস্থলীত বিশ্বনাথ মন্দিৰ বা তীৰ্থক্ষেত্ৰ অৱস্থিত।

বিশ্বনাথৰ নামত প্ৰথম শৈল মন্দিৰ নিৰ্মাণ হয় সম্ভৱতঃ হাৰূপেশ্বৰত (আজিৰ তেজপুৰ) ৰাজধানী পাতি শাসনকাৰ্য চলোৱা শৈলস্তম্ভ বংশৰ ৰজাসকলৰ দিনতে (৬৫০-৯৯০খ্ৰীঃ)। তাৰ পাছত পালবংশী ৰজাসকলেও (৯৯০-১১৩৮ খ্ৰীঃ) বিশ্বনাথ মন্দিৰৰ পোষকতা কৰিছিল। এই বংশৰে ৰজা সোমপালৰ পোষ্যপুত্ৰ ভালুক পেং বা প্ৰতাপ সিংহই ৰজা হৈ উত্তৰে ডফলা পৰ্বতৰ পৰা দক্ষিণে বিশ্বনাথলৈকে গড় বন্ধায়।

অৱশ্যে আহোমসকলে এই অঞ্চলত বসতি কৰিবলৈ লোৱাৰ পৰাহে মন্দিৰ তথা অঞ্চলটোৰ কথা সৰ্বজনজ্ঞাত হয়। তেতিয়া মন্দিৰটো আছিল বুঢ়ীগাং আৰু ব্ৰহ্মপুত্ৰৰ মোহনাত। কালক্ৰমত বুঢ়ীগাঙৰ সোঁত আৰু ব্ৰহ্মপুত্ৰৰ গতিলৈ পৰিৱৰ্তন আহিল। ফলত শিলেৰে বন্ধোৱা মন্দিৰটো ভাগি-ছিগি গ'ল। তথাপি খৰালি পানী শুকালে এই ঠাইত পূজা-পাতল কৰাৰ পৰম্পৰা চলি থাকিল।

মুছলমানৰ দশম আক্ৰমণৰ সময়ত আনুমানিক ১৬১৫ চনত ৰঙামাটিৰ নবাব চৈয়দ বাবৰে মোগল সেনাপতি তথা পাণ্ডুৰ থানাদাৰ সত্ৰাজিতক আহোম ৰাজ্য আক্ৰমণ কৰিবলৈ কোৱাত তেওঁ কলিয়াবৰত থকা ৰাজ ভাণ্ডাৰ লুটি বিশ্বনাথলৈ আহিল আৰু এই অঞ্চল আক্ৰমণ কৰি মন্দিৰৰ ভিতৰৰ পৰা বিশ্বনাথ গোসাঁইৰ সোণ-ৰূপ আদি অনেক মূল্যৱান সা-সম্পত্তি লৈ যোৱাৰ লগতে তাৰ পৰা দুগৰাকী (কোনো কোনোৰ মতে তিনিগৰাকী) দেৱদাসীও লৈ যায়। এই ঘটনাই তেতিয়াৰ আহোম স্বৰ্গদেউসকলৰ দৃষ্টি আকৰ্ষণ কৰে আৰু মন্দিৰৰ নিৰাপত্তা তথা পৃষ্ঠ-পোষকতাৰ প্ৰতি তেওঁলোকে মনোযোগ দিয়ে। ১৬১৫ চনৰ পৰা ১৬২০ চনৰ ভিতৰত আহোম স্বৰ্গদেউ প্ৰতাপ সিংহই মোমাই তামুলী বৰবৰুৱাৰ হতুৱাই ভাগি পৰা প্ৰাচীন শৈল মন্দিৰটো পুনৰ্নিৰ্মাণ কৰোৱায়।



ইতিমধ্যে মন্দিৰটোৰ কিছু অংশ ক্ৰমান্বয়ে নষ্ট হ'বলৈ ধৰে। স্বৰ্গদেউ গদাধৰ সিংহই মন্দিৰটো ভগ্নাৱস্থাত পাই নদীৰ পাৰত নতুনকৈ সজাই দিয়ে। এই মন্দিৰটো সেই কালত ইটাৰে গঁথা; কিন্তু ইয়াৰ দুৱাৰ শিলৰ। গদাধৰ সিংহই মন্দিৰটোৰ নামত ২৯৭০ পূৰা মাটি উছৰ্গা কৰিছিল বুলি জনা যায়। তেওঁৰ দিনতে বিশ্বনাথ মন্দিৰত নিত্য-নৈমিত্তিক পূজা-সেৱাৰ ব্যৱস্থা কৰা হয়।

স্বৰ্গদেউ গদাধৰ সিংহৰ পাছত তেওঁৰ পুত্ৰ ৰুদ্ৰ সিংহই আৰু ৩০০ পূৰা মাটি দান কৰে আৰু ওচৰৰ দৌল-দেৱালয়বোৰ নতুনকৈ সজাই দিয়ে।

১৭৫০ চনত স্বৰ্গদেউ প্ৰমত্ত সিংহই মন্দিৰটো পুনৰ সজাই দিয়ে। চাংৰুং ফুকনৰ বুৰঞ্জীত 'থাপনা দৌল' নামে পৰিচিত এই মন্দিৰটোৰ বিৱৰণ পোৱা যায়। কিন্তু দুৰ্ভাগ্যৱশতঃ এই সুউচ্চ আৰু মজবুত মন্দিৰটো বানৰ কৱলত পৰি ব্ৰহ্মপুত্ৰৰ বুকুত জাহ যোৱাত ১৭৪৪ চনত স্বৰ্গদেউ লক্ষ্মী সিংহই ধ্বংসপ্ৰাপ্ত মন্দিৰৰ পৰাই বহু শিল-ইটা আনাই ব্ৰহ্মপুত্ৰৰ পাৰত বিশ্বনাথ মন্দিৰটো নতুনকৈ সজাই দিয়ে। শিৱনাথ মঠ নামে পৰিচিত এই মন্দিৰটো আজি ধ্বংসপ্ৰায় অৱস্থাত। শুনা যায়, মানৰ আক্ৰমণৰ সময়ত মানে মন্দিৰৰ সোণৰ কলচীটো ভাঙি লৈ যায়। অজাতি মানৰ হাত লাগি মন্দিৰটো অশুচি হোৱা বাবে তেতিয়াৰ পৰাই ই পৰিত্যক্ত অৱস্থাত আছে। পাছত ইংৰাজৰ দিনত এই মন্দিৰৰ কাষতে আধুনিক বিশ্বনাথ মন্দিৰটো সজা হয়। এই মন্দিৰ ১৯৯৯ চনত পুনৰ্নিৰ্মাণ কৰা হয়।

ভক্তসকলে প্ৰাচীন তথা মূল বিশ্বনাথ পীঠক স্মৰি 'বাৰিষা পানীৰ তলত থকা বিশ্বনাথ কাতি মাহত ওলালে 'গোসাঁই ওলালে' বুলি বালি খান্দি পৰিষ্কাৰ কৰি ঘৰ সাজে আৰু সাধাৰণতে আঘোণ মাহৰ কোনো শুভ দিনত বছৰৰ প্ৰথম পূজা ভাগ অনুষ্ঠিত কৰে। সেই দিনাৰে পৰা ব'হাগ মাহৰ ২ তাৰিখলৈ এই মূল পীঠস্থানত (যি ঠাই বাৰিষা ব্ৰহ্মপুত্ৰৰ গৰ্ভত সোমায়) পূজা-সেৱা কৰি থকা হয়। বুঢ়ীগাং আৰু ব্ৰহ্মপুত্ৰ সংগমস্থলীত এটা শিলৰ দৰে গহ্বৰত মহাপ্ৰভু বিশ্বনাথ শিৱলিংগ বিদ্যমান। একেটা শিলতে গহ্বৰ আৰু শিৱলিংগৰ সৃষ্টি হৈছে। জনসাধাৰণৰ বিশ্বাস পৃথিৱী সৃষ্টিৰ লগে লগে এই বিশ্বনাথ শিৱলিংগৰো সৃষ্টি হ'ল।

'পানীৰ বিশ্বনাথ' ওলালেও বামৰ বিশ্বনাথত বাৰমাহেই বিশ্বনাথৰ পূজা হয়। বিশ্বনাথৰ পূজা বন্ধ নহয়। বিশ্বনাথৰ পূজা বন্ধ হ'লে বিশ্বৰ অমংগল হ'ব বুলি বিশ্বাস প্ৰচলিত।

বিশ্বনাথ সম্পৰ্কে নানান কিংবদন্তি আজিও স্থানীয় ৰাইজৰ মুখে মুখে। ইয়াৰ ভিতৰত ঐতিহাসিক সত্যৰ ওচৰ চপা এটা কাহিনী মতে অতীজত শোণিতপুৰত ৰাজত্ব কৰা ৰজা বাণ অত্যন্ত শিৱভক্ত আছিল। এবাৰ বাণে তপস্যাত

সাক্ষাৎ শিৱৰ দৰ্শন লভিলে আৰু তেওঁৰ (বাণৰ) নামেৰে এখন কাশী হ'বলৈ প্ৰাৰ্থনা জনালে। ৰজাৰ প্ৰাৰ্থনাত শিৱ সন্তুষ্ট হ'ল আৰু প্ৰস্তাৱিত কাশী স্থান সম্পৰ্কে কুমুদ আৰু কৌস্তুভ নামৰ মুনি দুজনৰ পৰা ভূ ল'বলৈ পৰামৰ্শ দিলে।

অনাৰ্য গোষ্ঠীৰ ৰজা বাণে কাশী এখন স্থাপন কৰাৰ কথাটো দেৱতাসকলে বৰ ভাল নাপালে। সেয়ে বাণক আঁভুৱা ভাৰিবলৈ বুলি কুমুদ আৰু কৌস্তুভে প্ৰকৃত স্থানৰ সম্ভেদ নিদিলে। তাত বাণৰ বৰ খং উঠিল আৰু দুই মুনিক নানা কটু কথা শুনালে। মুনি দুজনৰো সমানে খং উঠিল আৰু লগে লগে 'গুপ্ত' কাশী, অৰ্থাৎ, বাণে স্থাপন কৰা কাশী প্ৰকৃত কাশী নহৈ গুপ্ত কাশী হ'ব বুলি অভিশাপ দিলে। মুনিৰ মুখৰ পৰা ওলোৱা এই শব্দ পৰোক্ষভাৱে বিশ্বনাথৰ অভিশাপ হ'ল। আকস্মিকভাৱে এইদৰে অভিশপ্ত হৈ সেই ঠাইতে শিৱ সাক্ষাৎ হ'ল আৰু দুই মুনিক শিল হৈ থাকিবলৈ শাও দিলে। দুই মুনিৰ দ্বাৰা অভিসম্পিত হৈও বাণ কিন্তু ক্ষান্ত নহ'ল। তেওঁ যেনে-তেনে কাশী প্ৰতিষ্ঠা কৰিবই। সেই উদ্দেশ্যে এক কোটি শিৱ লিংগ গোটাই লৈ বাণে বৃদ্ধগংগা আৰু ব্ৰহ্মপুত্ৰৰ সংগমত বিশ্বনাথ পূৰ্ণ কাশীধাম প্ৰতিষ্ঠা কৰিবৰ বাবে যো-জা কৰিলে, কিন্তু পৃথিৱীত দুখন পূৰ্ণ কাশী হ'লে মোক্ষ লাভ কৰা জীৱৰ সংখ্যা বৃদ্ধি হৈ, জীৱৰ অস্তিত্বকে বিপন্ন কৰি তুলিব বুলি আশংকা কৰি, দেৱতাসকলে ছল কৰি ইন্দ্ৰৰ হতুৱাই বিশ্বনাথ-ক্ষেত্ৰৰ পৰা এটা শিৱ লিংগ চুৰ কৰি নি ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে, হাতীমূৰা পৰ্বতৰ কাষৰ এক পৰ্বতত থাপিলে। সেয়াই আজিৰ 'বাণেশ্বৰ শিৱ'।

বাকী থকা ঊনকোটি লিংগৰেই বাণে কাশী প্ৰতিষ্ঠা কৰিলে যদিও দেৱতাসকলৰ চক্ৰান্তৰ বাবেই সেয়া পূৰ্ণ কাশী হ'বলৈ নাপালে। এই কাশীত বিশ্বনাথ ছমাহ জলত আৰু ছমাহ স্থলত থাকে। স্থানীয় ৰাইজৰ মাত, 'বিশ্বনাথ গোসাঁই লৰক-ফৰক, ছমাহ জলত-ছমাহ ভৰত।' স্থানীয় জনসাধাৰণে বিশ্বাস কৰে ঊনকোটি শিৱ লিংগ থকা হেতুকে বিশ্বনাথৰ প্ৰতিটো শিলতে শিৱৰ মহিমা আছে, ইয়াৰ প্ৰত্যেকটি শিলেই একোজন শিৱ। সেই বিশ্বাসতে তেওঁলোকে বিশ্বনাথৰ সামান্য এটা শিল ভাঙিবলৈ বা স্থানান্তৰ কৰিবলৈ ইতস্ততঃ কৰে।

বিশ্বনাথত প্ৰধানকৈ শিৱৰাত্ৰি আৰু গোসাঁই-ফুৰোৱা উৎসৱ পালন কৰা হয়। শিৱৰাত্ৰিৰ মূল পূজাভাগ পানীৰ বিশ্বনাথত হয়। অৱশ্যে বামৰ বিশ্বনাথ, পূৰ্বশংকৰ, মুক্তিনাথ আৰু কমলেশ্বৰ নামৰ বিশ্বনাথৰ আশে-পাশে থকা দেৱালয়কেইটাতো শিৱৰাত্ৰি উদ্‌যাপন কৰা হয়। এই উৎসৱত অসংখ্য ভক্তৰ সমাগম ঘটে।

প্ৰতি বছৰৰ ব'হাগ মাহৰ দুই তাৰিখে গোসাঁই বিহুৰ দিনা বিশ্বনাথত 'গোসাঁই ফুৰোৱা' উৎসৱ পালন কৰা হয়। বামৰ বিশ্বনাথত স্বয়ম্ভূ শিৱ লিংগৰ উপৰি



বংশীবাদনৰ মূৰ্তি এভাগ আছে। শিৱ আৰু বিষ্ণুৰ প্ৰভেদ নাই। গোসাঁই ফুৰোৱা উৎসৱত ধুনীয়াকৈ সজোৱা কেকোঁৰা দোলাত এই গোসাঁইক তুলি আৰোৱাণেৰে (আগৰ দিনত ৰজা, মন্ত্ৰী আদিৰ যাত্ৰাত জয়ধ্বনি দিবলৈ ব্যৱহাৰ কৰা ধ্বজা সদৃশ জয়দণ্ড। ভক্তই মনোবাঞ্ছা পূৰণৰ বাবে মন্দিৰলৈ এনে আৰোৱাণ আগবঢ়ায়) সৈতে ফুৰাবলৈ নিয়াৰ নিয়ম। ইচ্ছুক গৃহস্থই নিজৰ পদূলিত গোসাঁইক ৰাখি পূজা দি আগন্তুক বছৰটোৰ মংগলাৰ্থে মহাপ্ৰভুৰ আশীৰ্বাদ লয়। জাতি-ধৰ্ম-ভাষা নিৰ্বিশেষে বিশ্বনাথৰ ৰাইজে গোসাঁই ফুৰোৱা উৎসৱত অংশগ্ৰহণ কৰে।

আহোম ৰাজত্বত বিশ্বনাথ ক্ষেত্ৰত আৰু কেইবাটাও দৌল-দেৱালয় নিৰ্মিত হৈছিল। ৰাজেশ্বৰ সিংহ স্বৰ্গদেৱে বিশ্বনাথত ওঠৰখন দেৱালয় নিৰ্মাণ কৰিছিল বুলি জনা যায়। 'পৱিত্ৰ অসম' গ্ৰন্থত সৰ্বানন্দ ৰাজকুমাৰে উল্লেখ কৰা মতে, বিশ্বনাথত ডেৰকুৰিখন দেৱালয় আছে। সেইবোৰ হ'ল ঃ উমা চক্ৰেশ্বৰ, হৰিহৰ-কৰ্দমেশ্বৰ, বাসুদেৱ, নাংগলেশ্বৰ, ভৈৰৱেশ্বৰ, বাঘেশ্বৰী, সিদ্ধেশ্বৰ, বিশ্বনাথ, চণ্ডী, কমলেশ্বৰ, শিৱনাথ, মুক্তিনাথ, বাণেশ্বৰ (বৰদ'ল), জাগ্ৰা, বুঢ়ামাধৱ, কালভৈৰৱ, বীৰভদ্ৰ (বৰলাশিল), জোঙাশিল পূৰ্বশংকৰ, সূৰ্য-মাধৱ, অন্নপূৰ্ণা, গণেশ, বৃষধ্বজ, কাশীনাথ, উদ্ৰেশ্বৰ, গৌৰীবল্লভ, বিষ্ণু, দুৰ্গাশক্তি আৰু মংগল চণ্ডিকা ইয়াৰে বুঢ়ামাধৱ দেৱালয় ওচৰৰ প্ৰতাপগড়ত আছে।

বিশ্বনাথ ক্ষেত্ৰৰ ভিতৰত টিলাসদৃশ ওখ ঠাইত ১৮০০ চনত স্বৰ্গদেউ কমলেশ্বৰ সিংহই ইটাৰে সজোৱা মন্দিৰটোৰ নাম কমলেশ্বৰ শিৱ মন্দিৰ। কিন্তু কোনো প্ৰাকৃতিক দুৰ্যোগত এই মন্দিৰটো ভাগি যোৱাত ইংৰাজৰ আগমনৰ সময়ত ইয়াত পূজা দিয়াৰ বাবে টিনৰ ঘৰ এটা সাজি দিয়া হয়। কমলেশ্বৰ শিৱ মন্দিৰৰ পূবে, ব্ৰহ্মপুত্ৰৰ দাঁতিত থকা মুক্তিনাথ শিৱ মন্দিৰটোৱেই বিশ্বনাথ ক্ষেত্ৰত আহোমৰ সৰ্বশেষ কীৰ্তিচিহ্ন। ১৮১৫ চনত স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহই শিৱ লিংগ প্ৰতিষ্ঠাৰে এই শিৱ মন্দিৰটো নিৰ্মাণ কৰি পূজা-পাতলৰ ব্যৱস্থা কৰে।

এইবোৰৰ উপৰি বিশ্বনাথ চাৰিআলি নগৰৰ আশে-পাশে আছে চাৰিকৃষ্ণ থান, জঁজিয়া, টেঙাবৰিয়া, কাত্যায়ন, দিহিং আদি কেইবাখনো থান আৰু সত্ৰ। তদুপৰি একালত সামৰিক তথা ৰাজনৈতিক গুৰুত্ব থকা এই অঞ্চলত আছে কেইবাটাও গড়প্ৰাঞ্চী (দুৰ্গসদৃশ গড়)। অসমৰ একমাত্ৰ উত্তৰ গুৱাহাটীৰ বাহিৰে আন কোনো ঠাইতে বিশ্বনাথৰ দৰে অধিক সংখ্যক গড়প্ৰাঞ্চী দেখা নাযায়।

বিশ্বনাথৰ শিৱ মন্দিৰ অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

সৌজন্য ঃ ডঃ মৃদুস্মিতা ফুকন, গুৱাহাটী

# বুঢ়া (জামে) মচজিদ, আমবাৰী, গুৱাহাটী

গুৱাহাটীৰ আমবাৰীত আছে প্ৰসিদ্ধ বুঢ়া (জামে) মচজিদ। যিবোৰ মচজিদত জুম্মাৰ (ইছলামধৰ্মীসকলৰ সামূহিক উপাসনা) নামাজৰ লগতে অন্যান্য ধৰ্মীয় কাম-কাজ (যেনে ঃ কোৰানৰ শিক্ষা) সম্পন্ন হয় তেনেবোৰ মচজিদ জামে মচজিদৰূপে পৰিচিত।

তথ্য অনুসৰি এইটো গুৱাহাটীৰ আটাইতকৈ পুৰণি মচজিদ। মচজিদটোৰ ভূমিৰ পৰিমাণ প্ৰায় দুবিঘা। ইয়াত একেলগে প্ৰায় এহাজাৰ মানুহে নামাজ পঢ়িব পাৰে। 'আসাম বন্ধু' পত্ৰিকাৰ প্ৰথম খণ্ডৰ একাদশ সংখ্যাত (১৮৮৫) প্ৰকাশিত এটা লেখাত গুৱাহাটীৰ চলাবিলত এটা মচজিদ থকাৰ কথা উল্লেখ আছে। কুমুদেশ্বৰ হাজৰিকাই 'ইতিহাসৰ ছাঁ-পোহৰত পুৰণি গুৱাহাটী' শীৰ্ষক গ্ৰন্থত সেইটোৱেই বৰ্তমানৰ আমবাৰীৰ বুঢ়া মচজিদ বুলি ঠাৱৰ কৰিছে।

এই মচজিদটো কেতিয়া নিৰ্মাণ হৈছিল তাৰ কোনো চন-তাৰিখ উল্লেখ নাই যদিও ঊনবিংশ শতিকাৰ পঞ্চম দশকমানত ইয়াক নিৰ্মাণ কৰা হৈছিল বুলি জনা যায়। মচজিদ নিৰ্মাণৰ বাবে এগৰাকী বিধবা মুছলমান মহিলাই মাটিখিনি দান কৰিছিল। অৱশ্যে মচজিদৰ পুবৰ অংশ লোকপ্ৰিয় গোপীনাথ বৰদলৈৰ দিনত চৰকাৰৰ পৰা পোৱা। ১৮৯৭ চনত বৰ ভূঁইকঁপত মচজিদটো ভাগি যায় আৰু ঠাইখিনিও এৰাবাৰীত পৰিণত হয়। কুৰি শতিকাৰ প্ৰথম-দ্বিতীয় দশকমানত পেছোৱাৰৰ পৰা অহা এগৰাকী ইছলামধৰ্মী লোকে এই ঠাইখিনিৰ মহিমা বুজিব পাৰি লাখটকীয়াৰ প্ৰসিদ্ধ ঠিকাদাৰ খান বাহাদুৰ ইদা খাঁ আৰু অৱসৰপ্ৰাপ্ত পুলিচ বিষয়া আখটাৰ হুছেইনৰ সহায়ত পকা ভেটি তথা টিনৰ চালিৰে সেই ঠাইতে মচজিদটো পুনৰ নিৰ্মাণ কৰে।



বৰ্তমানৰ মচজিদটোৰ দক্ষিণ ফালৰ বাৰাণ্ডাৰ কাষত এটি পকী কবৰ আছে। বিজ্ঞসকলৰ মতে এই কবৰটো ইটাখুলিৰ ৰণত (১৬৮৩) পৰা ঔৰংগজেৱৰ দ্বিতীয়জন ফৌজদাৰৰ (সেনাপতি) কবৰ। তদুপৰি বিজ্ঞসকলৰ মতে মচজিদটো স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ দিনৰে। তেওঁৰ ৰাজত্বৰ সময়তে অহা এটা ভূঁইকঁপত ই প্ৰথমবাৰ ধ্বংস হয়। ঊনবিংশ শতিকাৰ নিৰ্মাণ ইয়াৰ দ্বিতীয় সংস্কৰণহে। আনহাতে ইটাখুলিৰ ৰণত পৰা ফৌজদাৰৰ কবৰটো দেখিলে এই কথা সঁচা যেন লাগে।

আন এক জনশ্ৰুতি অনুসৰি ইৰাকৰ ফালৰ পৰা অহা বাবা বুজুৰুৱেই এই ঠাইতে আহি ইছলাম ধৰ্ম প্ৰসাৰৰ বাবে কাম কৰিছিল। এই বাবাজনক সকলোৱে 'বুঢ়া বাবা' বুলি মাতিছিল। সেয়ে পাছলৈ মচজিদটো 'বুঢ়া মচজিদ' নামে পৰিচিত হ'ল।

# বুঢ়ী গোসাঁনী দেৱালয়, যোৰহাট

যোৰহাট চহৰত আছে পুণ্য তীৰ্থ বুঢ়ীগোসাঁনী দেৱালয়। চহৰখনৰ গড় আলিৰ দেৱাল ৰোডত এই দেৱালয় অৱস্থিত। ১৭০৮ চনত আহোম স্বৰ্গদেউ ৰুদ্ৰ সিংহই জয়ন্তীয়া ৰাজ্য আক্ৰমণ কৰাত জয়ন্তীয়া ৰজা ৰাম সিঙে বশ্যতা স্বীকাৰ কৰে। জয়ন্তীয়া ৰাজ্য অভিযানৰ পৰা উভতি আহোঁতে স্বৰ্গদেৱে ৰাম সিঙৰ পৰা বৰতোপ, হাতী, ৰূপৰ মোহৰ, সোণ-ৰূপৰ আ-অলংকাৰ আদিৰ লগতে জয়ন্তীয়া ৰজাই পূজা কৰা বুঢ়ীগোসাঁনীৰ মূৰ্তিকো গড়গাঁৱলৈ আনিছিল। সেই সময়ত জয়ন্তীয়া ৰাজপৰিয়াল শাক্ত আছিল আৰু জয়ন্তীয়া গোসাঁনী (জয়ন্তেশ্বৰী) বৰ জাগ্ৰত বুলি জনসাধাৰণে বিশ্বাস কৰিছিল। জনশ্ৰুতি অনুসৰি, স্বৰ্গদেৱে এই জয়ন্তেশ্বৰী দেৱীকহে গড়গাঁৱলৈ আনিব খুজিছিল। কিন্তু তেতিয়াই আহোম সেনাৰ মাজত নানান অচিন ৰোগে দেখা দিবলৈ ধৰে। তেনেতে এদিন আহোম সেনাপতিক দেৱীয়ে সপোনত দেখা দি ক'লে যে তেওঁ এই দেশ এৰি নাযায়। আহোমসকলে মূৰ্তি নিব খুজিলে বুঢ়ী নৈৰ কাষত থকা সোণৰ মহিষমৰ্দিনী মূৰ্তি নিব পাৰে।

সেই সপোনৰ পাছত আহোম সেনাপতিয়ে বুঢ়ী নৈৰ কাষৰ পৰা দেৱী মূৰ্তি আনি স্বৰ্গদেউক দিয়েহি। বুঢ়ী নৈৰ কাষৰ পৰা অনা বাবেই এই দেৱী প্ৰতিমা বুঢ়ীগোসাঁনী নামে জনাজাত।

খাছি-জয়ন্তীয়াসকলে জয়ন্তীয়া গোসাঁনীক কা-মেইখা বুলিছিল। কা-মেইখাৰ অৰ্থ বুঢ়ী আই। ইয়াৰ পৰাই যোৰহাটৰ এই দেৱালয়ৰ নাম বুঢ়ীগোসাঁনী দেৱালয় হ'ল বুলিও প্ৰবাদ প্ৰচলিত।

জয়ন্তীয়াৰ পৰা গড়গাঁৱলৈ গোসাঁনীক আনোতে লগতে পূজাৰী সনাতনকো অনা হৈছিল। স্বৰ্গদেউ ৰাজধানীৰ পৰা বাহিৰলৈ গ'লে পূজাৰীয়ে গোসাঁনীকো লগত লৈ গৈছিল। আহোমৰ ৰাজধানী ক্ৰমে গড়গাঁৱৰ পৰা ৰংপুৰ, যোৰহাটলৈ আনোতে বুঢ়ীগোসাঁনীকো যোৰহাটলৈ লৈ অনা হয়। যোৰহাটলৈ ৰাজধানী স্থানান্তৰৰ পাছত প্ৰতিকূল ৰাজনৈতিক পৰিস্থিতিৰ বাবে আহোমসকলে বুঢ়ীগোসাঁনী দেৱালয় নিৰ্মাণ কৰিব নোৱাৰিলে। কালক্ৰমত দেৱালয়ৰ বিভিন্ন নথি-পত্ৰ আদিও হেৰাল। ফলত ইংৰাজৰ দিনত এই দেৱালয়ে চৰকাৰৰ পৰা একো সাহায্য নাপালে। পাছত ৰাধাকান্ত সন্দিকৈয়ে চৰকাৰৰ লগত যোগাযোগ কৰি বৰ্তমানৰ দেৱালয় থকা মাটিখিনি আবণ্টন দিয়ায়। ক্ৰমে ৰাইজৰ সহযোগত দেৱালয়খন নিৰ্মাণ কৰা হয়।

ইয়াত প্ৰতি বছৰে দুৰ্গা পূজা আৰু শিৱ পূজা সমাৰোহেৰে পালন কৰা হয়।



# বেজৰ দৌল বা বেজ দৌল, বেজপথাৰ, ডিব্ৰুগড়

শিৱসাগৰ জিলাৰ ডিমৌৰ পৰা সাত কিলোমিটাৰমান দূৰৈৰ বেজপথাৰ অঞ্চলত (ডিব্ৰুগড় জিলাত) অৱস্থিত এটা বিষ্ণু দৌল বেজৰ দৌল বা বেজ দৌল নামে পৰিচিত। এই দৌলৰ চৌহদত বেজৰ দৌলৰ বিষয়ে উল্লেখ কৰা হৈছে এনেদৰে, 'এই বেজৰ দৌল অষ্টভূজাকৃতি গৰ্ভগৃহ আৰু এটা ঠেক অন্তৰালৰ (গৰ্ভগৃহ, অৰ্থাৎ, দৌলৰ যি ঠাইত বিগ্ৰহ ৰখা হয়, তাৰ সম্মুখভাগ) সৈতে শেষ মধ্যযুগত ইটাৰে নিৰ্মিত আহোম ৰাজত্বকালৰ এটা মন্দিৰ। আহোম যুগত পৰম্পৰাগতভাৱে ঔষধৰ চৰ্চা কৰা 'চাও খেল'ৰ এজন বেজে নিজৰ কৰ্মপটুতাৰ বাবে বেজবৰুৱা পদবী লাভ কৰিছিল। তেখেতক বৰ্তমানৰ বেজৰপথাৰ অঞ্চলত বিশাল ভূ-সম্পত্তি আহোম ৰজাই প্ৰদান কৰিছিল। সেইজনা বেজবৰুৱাই নিজৰ স্মৃতি ৰক্ষাৰ্থে এই বেজৰ দৌল নিৰ্মাণ কৰিছিল।'

দেখাত সৰুফুটীয়া বিগ্ৰহহীন এই দৌলটো দেখিবলৈ ধুনীয়া। দৌলৰ ডাঠ বেৰত আগতে নানান দৃষ্টিনন্দন নক্সা আছিল যদিও সময়ৰ সোঁতত সেইবোৰ এতিয়া নিশ্চিহ্নপ্ৰায়।

বেজৰ দৌল বা বেজ দৌল অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

# বৌদ্ধ বাপুচাং, নাৰায়ণপুৰ

লখিমপুৰ জিলাৰ নাৰায়ণপুৰৰ বৰখামতি গাঁৱত আছে খামতিসকলৰ এটা বৌদ্ধ বিহাৰ। ই খামতি বাপুচাং নামেৰে ঘাইকৈ পৰিচিত। অসমৰ কোনো কোনো ঠাইত বৌদ্ধ বিহাৰক বাপুচাং বুলি কোৱা হয়। বিহাৰৰ গৰাকী শ্ৰমণ বা ভিক্ষু হ'ল বাপু। তাৰে পৰাই বাপুচাং নামটো আহিছে। নামত বাপুচাং যদিও এই উপাসনা গৃহ আন আন বৌদ্ধ ধৰ্মাৱলম্বী লোকৰ উপাসনা গৃহৰ সৈতে একে। অৱশ্যে দেখাত খামতিসকলে বসবাস কৰা ঘৰতকৈ পৃথক।

১৮৪৩ চনত ব্ৰিটিছসকলে খামতিসকলৰ বিদ্ৰোহ দমন কৰি তেওঁলোকৰ শাসন প্ৰতিষ্ঠা কৰে। সেইসময়তে শদিয়াৰ কিছু খামতিলোক নাৰায়ণপুৰলৈ আহি গাঁও পাতি বাস কৰিবলৈ লয়। এই খামতিসকল বৌদ্ধ ধৰ্মাৱলম্বী। জনসংখ্যাৰ ফালৰ পৰা তাকৰ হ'লেও এই খামতিসকল অতিকে চহকী সংস্কৃতিৰ গৰাকী। তেওঁলোকৰে বৰখামতি গাঁৱত প্ৰতিষ্ঠা কৰা হৈছে এটা বৌদ্ধ বিহাৰ বা উপাসনা গৃহ। বাপুচাঙৰ বেদীত বুদ্ধৰ প্ৰতিমা স্থাপন কৰা হৈছে। বাপুচাঙৰ বাহিৰভাগ ম্যানমাৰৰ বৌদ্ধ বিহাৰবোৰৰ সৈতে একে। বাপুচাং খামতিসকলৰ কেৱল উপাসনা গৃহই নহয়, ই হ'ল তেওঁলোকক সামাজিক-সাংস্কৃতিকভাৱে বান্ধি ৰখা এক শক্তিশালী সামাজিক অনুষ্ঠান।

লখিমপুৰ জিলাৰে গোসাঁইবাৰীত আছে আন এটা বাপুচাং। দেশ-বিদেশৰ বৌদ্ধ ভিক্ষু এই বাপুচাং দুটালৈ আহে।



# ভুবন তীৰ্থ, কাছাৰ

কাছাৰ জিলাৰ সদৰ শিলচৰ চহৰৰ পৰা ৫০ কিলোমিটাৰ উত্তৰ-পূবে ভুৱন পাহাৰত অৱস্থিত হৰ-গৌৰীৰ মন্দিৰ ভু ৱনেশ্বৰ আৰু ভুৱনেশ্বৰী। ইয়াৰ মূল মন্দিৰটো কোনে সজাইছিল জনা নাযায়। সময়ৰ সোঁতত মন্দিৰসহ বহু মূৰ্তি ধ্বংসপ্ৰাপ্ত হ'ল। পাছত ধৰ্মপ্ৰাণ ৰাইজৰ চেষ্টাত এই পাহাৰত মন্দিৰ আৰু বিগ্ৰহ উদ্ধাৰ হয়। কছাৰীসকলৰ পৃষ্ঠপোষকতাত এই মন্দিৰ বৰাক উপত্যকাৰ এক তীৰ্থস্থানত পৰিণত হয়।

ভুৱন তীৰ্থলৈ যোৱাৰ পথ পাহাৰীয়া, দুৰ্গম। ইয়াত শিৱ (ভুৱনেশ্বৰ) আৰু গৌৰীৰ (ভুৱনেশ্বৰী) শিলত কটা মূৰ্তি আছে।

ভুৱন পাহাৰৰ পৰা ৫ কিলোমিটাৰমান উত্তৰে আছে এটা বিস্তৃত সুৰংগ। মণিহৰণ সুৰংগ নামে জনাজাত এই সুৰংগ শ্ৰীকৃষ্ণই ব্যৱহাৰ কৰিছিল বুলি জনশ্ৰুতি প্ৰচলিত। ভুৱন পাহাৰৰ নামনিত মণিহৰণ সুৰংগৰ কাষেদিয়ে বৈ গৈছে ত্ৰিবেণী-গংগা নদী। এই নদীত স্নান কৰিলে অক্ষয় পুণ্য হয় বুলি জনবিশ্বাস প্ৰচলিত।

# মণিকৰ্ণেশ্বৰ দেৱালয়
# ৰজাদুৱাৰ, উত্তৰ গুৱাহাটী

উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰৰ ব্ৰহ্মপুত্ৰৰ পাৰত থকা এটি সৰু পাহাৰ মণিশৈল বা চাহবুৰুজতেই আছে মণিকৰ্ণেশ্বৰ শিৱৰ দেৱালয়। জনপ্ৰবাদ অনুসৰি এই দেৱালয়ৰ শিৱ লিংগ অসুৰ ৰজা নৰকাসুৰৰ দিনৰে। সেয়ে হ'লেও এই দেৱালয় প্ৰথমে কোনে সজাইছিল তাৰ কোনো তথ্য পাবলৈ নাই। অৱশ্যে মণিকৰ্ণেশ্বৰ নামটোৰ স'তে নৰকাসুৰ সাঙোৰ খাই আছে। জনশ্ৰুতি অনুসৰি ৰজা নৰকাসুৰে হেনো কেইবাহাজাৰো নৰ-নাৰীসহ মণি-মুক্তা আদি স্বৰ্গ-মৰ্ত্য-পাতালৰ পৰা লুণ্ঠন কৰি আনি এই ঠাইতে পৰ্বত আকাৰে জমা কৰি ৰাখিছিল। এই মণি-মুক্তা দ'ম কৰি ৰখা বাবেই ঠাইডোখৰৰ নাম হ'ল মণিশৈল বা মণিকৰ্ণেশ্বৰ। কোনো কোনোৱে এই দেৱালয়ক মণিকৰ্ণিকেশ্বৰ বুলিও উল্লেখ কৰিছে। অৱশ্যে শিলালিপিত ইয়াক 'মণিশ্বৰ মহেশ্বৰ'হে বোলা হৈছে।

মণিকৰ্ণেশ্বৰ দেৱালয়ৰ প্ৰথম মন্দিৰটো কোনে সজাইছিল জানিবৰ উপায় নাই। কিন্তু ইয়াৰ চাৰিওফালে যিবোৰ শিলাখণ্ড সিঁচৰতি হৈ আছে, তাৰ কাৰুকাৰ্য আৰু অৱস্থিতিলৈ চাই পুৰাতত্ত্ববিদসকলে এই দেৱালয় একাদশ-দ্বাদশ শতিকামানত নিৰ্মিত বুলি অনুমান কৰিছে। ১৭৫৫ চনত এই মন্দিৰৰ ভগ্নাৱশেষৰ ওপৰতে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই দশৰথ দুৱৰাৰ হতুৱাই নতুনকৈ মন্দিৰ নিৰ্মাণ কৰোৱায়। অৱশ্যে ১৮৯৭ চনৰ বৰভুঁইকঁপত ই ধ্বংসপ্ৰাপ্ত হয়।

অসমৰ মন্দিৰবোৰৰ ভেটি চাৰিকোণীয়া, কিন্তু এই মন্দিৰ ত্ৰিভুজৰ ব্যৱহাৰেৰে তৰাৰ দৰে ভেটি আৰু বাৰসিৰীয়া ওপৰ অংশৰে নিৰ্মিত। সম্প্ৰতি এই মন্দিৰলৈ যোৱা পথ আৰু মন্দিৰৰ কিছু অংশ প্ৰত্নতত্ত্ব সঞ্চালকালয়ে মেৰামতি কৰি দিছে। মণিকৰ্ণেশ্বৰৰ কাষতে একালত মণিকৰ্ণ নামৰ সৰোবৰো আছিল, যিটো কালৰ সোঁতত ব্ৰহ্মপুত্ৰত বিলীন হ'ল। স্বৰ্গদেউ ৰাজেশ্বৰ সিংহৰ শিলালিপি এখন দেৱালয়ৰ গাত এতিয়াও খোদিত আছে।

মণিকৰ্ণেশ্বৰ দেৱালয় অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।



# মদন-কামদেৱ দেৱালয়, বাইহাটা চাৰিআলি

গুৱাহাটীৰ পৰা ৩৪ কিলোমিটাৰ উত্তৰে বাইহাটা চাৰিআলিত অৱস্থিত এখন প্ৰাচীন দেৱালয় মদন-কামদেৱৰ দেৱালয়। দেৱানগিৰি পাহাৰৰ ওপৰত অৱস্থিত এই দেৱালয়ৰ মাটিকালি পাঁচ বৰ্গ কিলোমিটাৰ। নটৰাজ, চতুৰ্ভুজ, শিৱ, গণেশ, বিষ্ণু, ভৈৰৱ, উমা, সূৰ্য আদিকে ধৰি ইয়াত দুশৰো অধিক দেৱ-দেৱীৰ মূৰ্তি আছে। ইয়াৰ প্ৰায়কেইটা মূৰ্তিয়েই ৰতিসূচক। ইয়াত থকা আলিংগনবদ্ধ দুটা দেৱ-দেৱীৰ মূৰ্তিক (উমা-মহেশ্বৰ) মদন-ৰতি বুলি পূজা কৰা হয়। এই দেৱালয়ৰ এক বিশেষত্ব হ'ল নিৰামিষ ভোগ আৰু যাত্ৰীয়ে পশ্চিমমুৱাকৈ সেৱা লোৱাটো। ১৯৭৭ চনত অসম চৰকাৰে প্ৰত্নতাত্ত্বিক বিভাগৰ সহযোগত প্ৰথমবাৰ আৰু ১৯৮২ চনত দ্বিতীয়বাৰ খনন কাৰ্য সমাপন কৰি অসংখ্য শিলৰ মূৰ্তি আৰু কেইবাটাও মন্দিৰৰ ভগ্নাৱশেষ উদ্ধাৰ কৰে। পুৰাতত্ত্ব বিভাগে এই দেৱালয় একাদশ-দ্বাদশ শতিকাৰ বুলি অনুমান কৰিছে। প্ৰতি বছৰে চ'ত মাহৰ মদন ত্ৰয়োদশী উৎসৱ ইয়াত পালন কৰা হয়।

মদন-কামদেৱ দেৱালয়ৰ শিল্প-ভাস্কৰ্য প্ৰাচীন অসমৰ ভাস্কৰ্য শিল্পৰ এক বাছকবনীয়া নিদৰ্শন। বৰ্তমানে প্ৰায় ভগ্নস্তূপত পৰিণত হোৱা এই শিল্পৰাজি দশম-একাদশ শতিকাৰ পাল বংশৰ ৰজাসকলৰ দিনত খোদিত কৰা হৈছিল বুলি ঠাৱৰ কৰা হৈছে। অৱশ্যে এতিয়ালৈকে উদ্ধাৰ হোৱা পাল বংশৰ কোনো তাম্ৰলিপিতে মদন-কামদেৱৰ শিল্পৰাজিৰ পোনপটীয়া উল্লেখ পোৱা নাযায়।

ভাৰতৰ অন্যান্য ঠাইৰ মঠ-মন্দিৰত মূল দেৱতাৰ বিভিন্ন মনোৰঞ্জক ভাস্কৰ্য সন্নিবিষ্ট কৰাৰ দৰে মদন-কামদেৱতো তাৰ সমাৱেশ ঘটিছে। এই ভাস্কৰ্যসমূহে ভাৰতীয় মাৰ্গীয় পৰম্পৰাৰ প্ৰভাৱকে স্পষ্ট কৰে। এই মূৰ্তিসমূহত সৰ্বসাধাৰণৰ জীৱনক চিত্ৰায়িত কৰিবলৈ প্ৰয়াস কৰা হয়। মদন-কামদেৱত এই পৰম্পৰা অনুসৰি

বিভিন্ন যোদ্ধা, কৰ্মৰত ভাস্কৰ বা নৃত্যৰত শিল্পীৰ মূৰ্তি নিৰ্মাণ কৰা হৈছে। তদুপৰি বিভিন্ন আসনবিশিষ্ট শৃংগাৰ ৰসপ্ৰধান মূৰ্তিৰাজি ইয়াত সিঁচৰতি হৈ আছে। মদন-কামদেৱত ফুল বা গছ-লতা চিত্ৰিত কৰা ভাস্কৰ্যৰ সংখ্যা কম। ইয়াৰ মূৰ্তিৰাজিত গছ-গছনিৰ ব্যৱহাৰ কিছু পৰিমাণে কৰা হৈছে যদিও ফুলৰ ব্যৱহাৰ প্ৰায় নাই বুলিবই পাৰি। অৱশ্যে পদুমপাহিৰ ব্যৱহাৰ যথেষ্টৰূপে দেখা যায়।

মদন-কামদেৱ শিল্পালয়ৰ ৰূপ স্থাপত্য বিচাৰেৰে উত্তৰ ভাৰতীয় নাগৰ শৈলীৰ বুলি অনুমান কৰা হৈছে। তদুপৰি মধ্য প্ৰদেশৰ খাজুৰাহো মন্দিৰৰ লগতো ইয়াৰ যথেষ্ট মিল দেখা যায়।

মদন-কামদেৱ দেৱালয়ৰ শিল্প-ভাস্কৰ্য অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।



# মধুপুৰ সত্ৰ, কোচবিহাৰ

অসমীয়া জাতিৰ এক মহান তথা পবিত্ৰ তীৰ্থস্থান মধুপুৰ সত্ৰ বৰ্তমানৰ পশ্চিমবংগৰ কোচবিহাৰ চহৰৰ পৰা পাঁচ কিলোমিটাৰ নিলগত অৱস্থিত। কোচ ৰজা নৰনাৰায়ণৰ পৃষ্ঠপোষকতাত ষষ্ঠদশ শতিকাত মধুপুৰ সত্ৰ স্থাপন কৰা হয়। এই সত্ৰক দহ মুকুটৰ থান বুলিও কোৱা হয়। দহ মুকুট মানে হ'ল শংকৰদেৱৰ দহজন শিষ্যৰ ইয়াত থকা সমাধি। মধুপুৰ সত্ৰক কেন্দ্ৰ কৰি কোচবিহাৰত গুৰু দুজনাৰ আৰু আতা ভকতসকলৰ বহু ইতিহাস জড়িত হৈ আছে। শংকৰদেৱ, মাধৱদেৱ, হৰিদেৱ, দামোদৰদেৱ, এই চাৰিজনা গুৰুৱে নৰ দেহা এৰিছিল কোচবিহাৰতে।

মধুপুৰৰ পূৰ্বৰ নাম আছিল চন্দনচৌৰা। মহাপুৰুষ শ্ৰীমন্ত শংকৰদেৱে প্ৰায় ৯৭ বছৰ বয়সত প্ৰধান শিষ্য মাধৱদেৱ আৰু শিষ্যবৃন্দ সহিতে তীৰ্থ ভ্ৰমণৰ পৰা উভতি আহোঁতে এই ঠাইতেই এজোপা পাৰলি (জৰীগছ) বৃক্ষৰ তলত বহি বৃন্দাবনৰ শ্ৰীকৃষ্ণৰ লীলা ব্যাখ্যা কৰি আছিল। এই সময়তে গুৰুজনা আউজি থকা গছজোপাৰ মৌচাক পাৰি গুৰু সহিতে সকলোৱে তৃপ্তিৰে মৌৰস খাইছিল। তেতিয়াই হেনো শংকৰদেৱে কৈছিল, 'ইয়াতে মধুপুৰ নামে এখন থান হ'ব।' কালক্ৰমত এই ঠাইতে গুৰুজনা আত্মগোপন কৰি থাকিবলগা হ'ল। তাতেই থানো হ'ল।

জীৱনৰ শেষকালচোৱা শংকৰদেৱে ভকতসকলক লগত লৈ কোচ ৰাজ্যত কটাইছিল। তাতে কিছু লোকে কোচ ৰজা নৰনাৰায়ণক শংকৰদেৱৰ বিৰুদ্ধে গোচৰ দিয়াত ৰজাই তেওঁক বিচাৰৰ বাবে ৰাজসভালৈ লৈ যাবলৈ সেনা পঠিয়ায়। কোচ সেনাপতি চিলাৰায়ে এই কথা জানিব পাৰি সেনা গৈ পোৱাৰ আগতেই শংকৰদেৱক উদ্ধাৰ কৰি নিজ গৃহত ৰাখে। উল্লেখযোগ্য, শংকৰদেৱৰ সম্পৰ্কীয় ভ্ৰাতৃ ৰামৰায়ৰ জীয়াৰী ভুৱনেশ্বৰীক চিলাৰায়ে বিয়া কৰাইছিল। ভুৱনেশ্বৰীৰ জৰিয়তেই চিলাৰায় শংকৰদেৱৰ সান্নিধ্যলৈ আহে আৰু তেওঁৰ ব্যক্তিত্বত মোহিত হৈ গুৰুজনাৰ ঘোৰ সমৰ্থক হৈ পৰে।

চিলাৰায়ে শংকৰদেৱক নিজ গৃহত আশ্ৰয় দিয়া বুলি জানিব পাৰি শংকৰদেৱ

এজন অসাধাৰণ পুৰুষেই হ'ব বুলি নৰনাৰায়ণ নিশ্চিত হ'ল। তেওঁ শংকৰদেৱৰ নিৰাপত্তাৰ সম্পূৰ্ণ আশ্বাস দিয়াত চিলাৰায়ে গুৰুজনাক ৰাজসভালৈ যাবলৈ দিয়ে। ৰাজসভাত সোমায়েই 'মধু দানৱ দাৰণ দেৱ বৰং' তোটয়টো (এটা পদত বাৰটা আখৰযুক্ত এবিধ ছন্দ; বিষ্ণুৰ স্তৱ) তৎমুহূৰ্ততে ৰচনা কৰি গাই ৰজাক মুগ্ধ কৰে। আন কোনোৱে তাৰ ব্যাখ্যা দিব নোৱাৰাত নিজে তাৰ চাৰিপ্ৰকাৰ ব্যাখ্যা দি শংকৰদেৱে এই কথাও প্ৰতীয়মান কৰিলে যে জ্ঞান-পাণ্ডিত্যত তেওঁৰ লগত ফেৰ মাৰিব পৰা পণ্ডিত কোচ ৰাজ্যত নাই। গুৰুজনাৰ মধুৰ তত্ত্বকথা শুনি নৰনাৰায়ণে মুগ্ধ হৈ সসন্মানে বিদায় দিয়ে আৰু তেওঁক প্ৰতিদিনে ৰাজসভালৈ আহিবলৈ অনুৰোধ কৰে। কোচবিহাৰত থকা সময়ত ৰজা নৰনাৰায়ণৰ ৰাজসভাত গৈ শংকৰদেৱে ভগৱানৰ গুণানুকীৰ্তন কৰিছিল।

১৫৬৮ চনত কোচ ৰাজ্যৰে ভেলা কাকত কুটাত শংকৰদেৱ বৈকুণ্ঠগামী হয়।

মধুপুৰ সত্ৰ স্থাপন সম্পৰ্কে কেবাটাও মতবাদ আছে। কোনো কোনোৰ মতে শংকৰদেৱ থাকিবৰ বাবে মহাৰাজ নৰনাৰায়ণে বৰ্তমানৰ কীৰ্তনঘৰ সহিতে সত্ৰখন প্ৰতিষ্ঠা কৰি দিছিল। কোনো কোনোৰ মতে মাধৱদেৱেহে সত্ৰখন পাতিছিল। চৰিত পুথিত আকৌ ভেলা মধুপুৰ সত্ৰ নামেৰেহে উল্লেখ আছে। ভেলা নামটো আহিলেও ভেলা আৰু মধুপুৰ দুখন সত্ৰ। ভেলা সত্ৰ নৈয়ে খহাই নিয়াত ইয়াৰ সত্ৰাধিকাৰ গোবিন্দ আতাই সেইসময়ৰ ৰজা বীৰ নাৰায়ণক জনাই মধুপুৰত সত্ৰ পাতিলেগৈ। ৰজাই আগত থাকি ভেলা থানৰ ভেটিৰ মাটি কোৰেৰে চপাই মধুপুৰ থানৰ ভেটিত দিছিলগৈ। ভেলা থানৰ চিন মধুপুৰতো থাকিল। এয়াই ভেলা মধুপুৰ সত্ৰ।

মধুপুৰ সত্ৰ প্ৰধানকৈ গুৰুজনাৰ সমাধি মন্দিৰ, কীৰ্তনঘৰ আৰু মণিকূটৰ বাবে বিখ্যাত। গুৰু মন্দিৰৰ কাষে কাষে আছে পাঁচটা আতাগৃহ বা ভকতৰ বহা। সত্ৰধিকাৰৰ উপৰি সত্ৰত কেবাজনো উদাসীন আৰু কেৱলীয়া ভকত আছে। মূল সমাধি মন্দিৰত গুৰুজনাৰ দিনৰে কিছুমান সেৱাৰ বস্তু ঃ গুৰুজনাৰ বহা কঠ, তেওঁৰ খৰম, ৰজাই দিয়া লাখুটি, গুৰুজনাৰ হাতৰ জপমালা, গুৰুজনাই নিজহাতে লিখা সাঁচিপাতৰ 'গুণমালা' পুথি, 'গুণমালা' পুথিখন লিখা কাপ-মৈলাম, বৃন্দবনী বস্ত্ৰৰ অংশবিশেষ, গুৰুজনাই গুৱা-পাণ গ্ৰহণ কৰা টেমী-কটাৰীসহ সঁফুৰা আদি সংৰক্ষিত হৈ আছে। ইয়াৰ উপৰি মাধৱদেৱে নিজহাতে লিখা ঘোষাৰ পুথিখন, তেওঁ জল পান কৰা লোটা আৰু গুৰু দুজনাৰ শৰীৰৰ অস্থি আদিক সেৱাৰ বস্তু হিচাপে ইয়াত সংৰক্ষণ কৰা হৈছে।



মধুপুৰ সত্ৰত চৈধ্য প্ৰসংগ নিৰৱচ্ছিন্নভাৱে চলি থাকে। বাৰ্ষিক উৎসৱ হিচাপে গুৰুজনাৰ জন্মোসৎৱ, ৰাস, ফাকুৱা আৰু মাঘত প্ৰথমজন সত্ৰাধিকাৰ গোবিন্দ আতাৰ মৃত্যুতিথি মহাপয়োভৰেৰে মধুপুৰ সত্ৰত পালন কৰা হয়। গুৰুজনাৰ স্মৃতি বিজড়িত মধুপুৰ সত্ৰৰ বৰ্তমানৰ মাটিকালি ৬০ বিঘা। ইয়াৰে ১৯ বিঘা মাটিৰ ওপৰত সত্ৰখন অৱস্থিত। বাকী ৪১ বিঘা খেতিমাটি।

সত্ৰৰ কাষতে যাত্ৰীসকল থাকিব পৰাকৈ সকলো সা-সুবিধাৰে যাত্ৰীগৃহ আছে। অসম চৰকাৰৰ উদ্যোগত এটি সাংস্কৃতিক কেন্দ্ৰও গঢ়ি তোলা হৈছে।

অসমৰ ভৌগোলিক পৰিসীমাৰ ভিতৰত নপৰিলেও ৰাজ্যখনৰ ধৰ্মীয় আৰু সাংস্কৃতিক পৰিমণ্ডলত মধুপুৰ সত্ৰৰ বিশেষ স্থান আছে।

# মহাভৈৰৱ মন্দিৰ, তেজপুৰ

তেজপুৰ চহৰত অৱস্থিত এটা প্ৰসিদ্ধ শিৱ মন্দিৰ মহাভৈৰৱ মন্দিৰ। ই অসমৰ শৈৱ সাধনাৰো অন্যতম প্ৰাচীন নিদৰ্শন। জনশ্ৰুতি অনুসৰি শোণিতপুৰৰ বাণ ৰজাই এই মন্দিৰ সজাইছিল। বাণ ৰজাক অসমত লিংগ পূজাৰ প্ৰৱৰ্তক বুলিও কোৱা হয়। এই মন্দিৰতে বাণ-জীয়াৰী ঊষাই পূজা-অৰ্চনা কৰিছিল বুলিও কোনো কোনোৱে ক'ব খোজে। বহু প্ৰত্নতত্ত্ববিদৰ মতে খ্ৰীষ্টীয় নৱম শতিকাত শালস্তম্ভ বংশৰ কোনো এজন ৰজাই এই মন্দিৰ নিৰ্মাণ কৰোৱাইছিল। অৱশ্যে এই বিষয়ে এতিয়াও নিশ্চিত তথ্য উদ্ধাৰ হোৱা নাই।

এই মন্দিৰৰ শিৱ লিংগটো ভাৰতৰ বৃহৎ শিৱ লিংগবোৰৰ অন্যতম। শিৱ লিংগটোৰ উচ্চতা ৩.৫ মিটাৰ আৰু পৰিধি ৩ মিটাৰ। প্ৰাচীন মহাভৈৰৱ মন্দিৰটোত নানান মনোৰম কাৰুকাৰ্য খোদিত আছিল। কিন্তু সময়ৰ গ্ৰাসত ই সম্পূৰ্ণৰূপে ধ্বংস হয়। পাছত আহোম ৰজাসকলে ইয়াক ন-কৈ নিৰ্মাণ কৰাৰ লগতে নিয়মিত পূজা-অৰ্চনাৰো দিহা কৰে। প্ৰাচীন মন্দিৰৰ বিশালতাৰ স্বাক্ষৰ বহন কৰিছে মন্দিৰৰ কাষতে দণ্ডায়মান এটা শিলৰ খুঁটাই। বৰ্তমান চৰকাৰৰ তত্ত্বাৱধানত আৰু চৰকাৰে গঠন কৰি দিয়া এখন সমিতিয়ে এই মন্দিৰৰ কাম-কাজ পৰিচালনা কৰে। দৈ তী বহুসংখ্যক তীৰ্থযাত্ৰী আৰু পৰ্যটকৰ সমাগম হোৱা মহাভৈৰৱত দৈনিক শিৱ পূজাৰ লগতে শিৱৰাত্ৰি মেলা ইয়াত সমাৰোহেৰে পালন কৰা হয়। বৰ্তমান এই মন্দিৰৰ মাটিকালি ৬ বিঘা ১ কঠা ৩ লেচা।



# মহামায়া থান আৰু মহামায়া স্নানঘাট মন্দিৰ, বগৰীবাৰী, বিলাসীপাৰা

ধুবুৰী জিলাৰ বিলাসীপাৰাৰ ওচৰৰ বগৰীবাৰীত (ধুবুৰী চহৰৰ পৰা প্ৰায় ৩০ কিলোমিটাৰ পূবে) অৱস্থিত জাগ্ৰত শক্তিপীঠ মহামায়া থান। এই থান সম্পৰ্কে একাধিক জনশ্ৰুতি প্ৰচলিত। এটা জনশ্ৰুতি অনুসৰি দক্ষযজ্ঞত পতিনিন্দা সহিব নোৱাৰি দেহত্যাহ কৰা সতীৰ মৃতদেহ শিৱই কান্ধত লৈ অহাৰ পাছত বিষ্ণু চক্ৰৰে খণ্ডিত সতীৰ নয়ন যুগল ইয়াত পৰিছিল। সেই বিশ্বাসৰ আধাৰতেই থানখনৰ শীৰ্ষ, তোৰণ আদিত প্ৰকট ৰূপত দেৱীৰ নয়ন খোদিত তথা অলংকৃত কৰা দেখা যায়।

আন এক জনশ্ৰুতি অনুসৰি বৰ্তমান য'ত ঐতিহাসিক মন্দিৰটো আছে সেই অঞ্চল পূৰ্বতে অটব্য-অৰণ্যৰে আবৰা আছিল। বনৰীয়া জীৱ-জন্তুৰে ভৰি থকা অটব্য-অৰণ্যত তেতিয়া কাঠৰ বেপাৰীসকলেহে দলে-বলে প্ৰৱেশ কৰিছিল। সপ্তদশ শতিকাৰ শেষভাগত বাংলাদেশৰ পাবনা জিলাৰ টোক চান্দপুৰ গাঁৱৰ এজন কাঠ বেপাৰী পৰ্বতজোৱাৰ অঞ্চললৈ আহিছিল। কাঠ কাটি টিপকাই নদীয়েদি নাৱেৰে বাংলাদেশলৈ নিয়াৰ পথত বিষ্ণুপুৰ নামৰ ঠাইত তেওঁ প্ৰবল ধুমুহা-বৰষুণৰ কবলত পৰে। খৰস্ৰোতা টিপকাইত কাঠ বেপাৰীৰ কাঠভৰ্তি নাও ডুব যোৱাৰ লগতে নাৱৰীয়াসকলো হেৰাই যায়। কোনোমতে পাৰলৈ আহি কাঠ বেপাৰীয়ে কান্দি-কাটি মহামায়াক প্ৰাৰ্থনা জনাবলৈ ধৰিলে। নিশা শেষ হৈ আহিছিল। তেনেতে কিছু নিলগত এক প্ৰকাণ্ড শিলৰ ওপৰত সৰ্ব অলংকাৰেৰে সুশোভিত এগৰাকী নাৰীক কাঠ বেপাৰীয়ে দেখা পালে। অটব্য অৰণ্যৰ মাজত এয়া কোনো মানুহ নহয়, সেই কথা বেপাৰীয়ে বুজি পালে। তেওঁ সাষ্টাংগে দেৱীক প্ৰণিপাত জনাই ৰক্ষা কৰিবৰ বাবে কাকুতি কৰিলে। লগতে নাও আৰু নাৱৰীয়াৰ বাবেও প্ৰাৰ্থনা জনালে। দেৱীয়ে হেনো তেতিয়া প্ৰসন্নচিত্তে ক'লে, 'যিহেতু তুমি মোক অসময়ত দৰ্শন কৰিছা, তোমাৰ জীৱনকাল অতি চমু। এমাহৰ ভিতৰতে তোমাৰ মৃত্যু হ'ব। আজি তুমি তোমাৰ নাও আৰু নাৱৰীয়াবোৰ পাবা, কিন্তু তুমি মোৰ বিষয়ে প্ৰচাৰৰ ব্যৱস্থা কৰিব লাগিব। মই যি শিলৰ ওপৰত থিয় হৈ আছো ইয়াৰ পৰা দক্ষিণে

দুমাইল বাট শিলাময়। তুমি সেইবাটেৰে গৈ এখন হাবিতলীয়া ঠাই পাবা। তাত লতাপুঞ্জৰে শোভিত এজোপা প্ৰকাণ্ড বেল গছ আছে। সেই গছৰ তলতে যি প্ৰকাণ্ড শিলাময় বেদী আছে, সেয়ে মোৰ আধাৰশিলা বা দেৱীপীঠ। তুমি তাত এটা ঘৰ সাজি দিবা আৰু সকলোৰে মাজত এই কথা প্ৰচাৰ কৰিবা।'

দেৱী মহামায়াৰ কথামতেই বেপাৰীয়ে নাও তথা নাৱৰীয়া ঘূৰাই পালে আৰু ঘৰলৈ ৰাওনা হ'ল। এমাহৰ ভিতৰত তেওঁৰ মৃত্যু হয়। বেপাৰীৰ মৃত্যুৰ পাছত তেওঁৰ পুত্ৰ যদুৱে স্থানীয় পৰ্বতজোৱাৰ জমিদাৰ হাতীবৰ চৌধুৰীৰ লগ লাগি দেৱীপীঠ আৱিষ্কাৰ কৰে। ইফালে মহামায়াৰ পূজা-অৰ্চনাৰ স্বপ্নাদেশ পাই কাশীৰ পৰা কন্দৰ্পনাৰায়ণ ব্ৰহ্মচাৰী আৰু তেওঁৰ শিষ্য তথা প্ৰধান সহায়ক নৰনাৰায়ণ ব্ৰহ্মচাৰী আহি মহামায়াত উপস্থিত হয়। জমিদাৰে তেওঁলোকক পূজা-অৰ্চনাৰ দায়িত্ব অৰ্পণ কৰে। উল্লেখযোগ্য যে তেওঁলোকৰ বংশধৰসকলেই এতিয়াও পূজাৰ দায়িত্ব পালন কৰি আহিছে।

মহামায়া থানৰ মূল মন্দিৰটো নিৰ্মাণ হৈছিল সাধাৰণ কাঠ-বাঁহেৰে সপ্তদশ শতিকাৰ শেষভাগত। সেইটো মন্দিৰ এক অগ্নিকাণ্ডত ভস্মিভূত হোৱাত ইয়াক পুনৰ নিৰ্মাণ কৰা হয়। একাধিকবাৰ সংস্কাৰৰ অন্তত ১৯৯৯ চনত বৰ্তমানৰ আটকধুনীয়া মন্দিৰটো নিৰ্মাণ হৈ উঠে। মন্দিৰৰ ভিতৰত আছে প্ৰায় আঢ়ৈ ফুট উচ্চতাৰ শিলেৰে নিৰ্মিত দেৱীমূৰ্তি।

বৰ্তমান মহামায়া থানৰ মাটি ১৪৫ বিঘা। পোনতে মহামায়া থানৰ পৰিচালনাৰ দায়িত্ব স্থানীয় ৰাইজৰ হাতত আছিল যদিও ১৯৫৯ চনৰ ১৫ মাৰ্চত মহামায়াৰ দেৱোত্তৰ সম্পত্তি চৰকাৰে অধিগ্ৰহণ কৰাত পৰিচালনাৰ ভাৰো চৰকাৰৰ হাতলৈ যায়।

মহামায়া থানত পৌৰাণিক পদ্ধতিত মহামায়াৰ দশোপচাৰ নিত্য পূজা, শাৰদীয় দুৰ্গা পূজা, কালী পূজা, মনসা পূজা, শিৱৰাত্ৰি আদি আড়ম্বৰপূৰ্ণভাৱে পালন কৰা হয়। এই থানত অতীজৰে পৰা দুৰ্গা পূজাৰ সময়ত 'পদ্ম পুৰাণ' গোৱা প্ৰথা আজিও চলি আছে। ইয়াৰ উপৰি মহামায়া থানত বিবাহ, উপনয়ন, চূড়াকৰণ, অন্নপ্ৰাসন আদি সম্পন্ন কৰা হয়। ৰোগাগ্ৰস্ত, সমস্যাগ্ৰস্ত, সন্তানহীন লোকে মহামায়া থানত সেৱা লৈ মানস কৰিলে সুফল পায় বুলি বিশ্বাস আছে।

বাৰ্ষিক পূজা-অৰ্চনাৰ ভিতৰত মহামায়া মন্দিৰত সাত বিষমাৰ মেলা প্ৰধান। চ'ত মাহৰ সংক্ৰান্তিৰ পৰা ব'হাগৰ ৬ তাৰিখলৈ মন্দিৰ প্ৰাংগণত এই মেলা বহে। সাত বিষমাৰ মেলাত হিন্দু-মুছলমান সকলো লোকে মনোবাঞ্ছা পূৰণৰ অৰ্থে ভোগ আগবঢ়ায়।



বগৰীবাৰীৰ প্ৰসিদ্ধ মহামায়া মন্দিৰৰ পৰা প্ৰায় দুই কিলোমিটাৰ নিলগত টিপকাই নদীৰ পাৰত অৱস্থিত মহামায়া স্নানঘাট। প্ৰবাদ অনুসৰি দেৱী মহামায়াই এই ঘাটতে স্নান কৰিছিল।

১৯৯৩ চনত এই স্নানঘাটতে উদ্ধাৰ হয় ইয়াৰ বিভিন্ন ভাস্কৰ্য আৰু ধ্বংসস্তূপ। ১৯৯৪ চনত গুৱাহাটীৰ উজান বজাৰৰ সাধক অমৰেন্দ্ৰ বৰদলৈয়ে মহামায়াৰ স্বপ্নাদেশ মৰ্মে এই স্নানঘাট মন্দিৰ পুনৰ উদ্ধাৰ কৰে। ক্ৰমে তেওঁ সেই ঠাইতে মহামায়াৰ মন্দিৰ নিৰ্মাণ কৰি পূজা-অৰ্চনা কৰিবলৈ লয়। তেওঁৰ উদ্যোগতে দেৱী ভক্ত তথা ৰাইজৰ সহযোগত সেই ঠাইত বহুকেইটা মন্দিৰ নিৰ্মাণ কৰা হয়। এইবোৰ হ'ল ৰাধা-কৃষ্ণৰ মন্দিৰ, গোবিন্দৰ মন্দিৰ, গণেশ মন্দিৰ, শিৱ মন্দিৰ, বাথৌ মন্দিৰ, মা-আদ্যা মন্দিৰ, দীৰ্ঘেশ্বৰী মন্দিৰ, ব্ৰহ্মা মন্দিৰ, নৱগ্ৰহ মন্দিৰ, মনসা মন্দিৰ, তেত্ৰিছ কোটি মন্দিৰ, যজ্ঞ মন্দিৰ আদি।

ইয়াতে 'গছ থাকিলেহে মানুহ থাকিব' বাণী সাৰোগত কৰি এডাল গছৰ আৰ্হিত দৃষ্টিনন্দন বৃক্ষৰূপী দীৰ্ঘেশ্বৰী দেৱী মন্দিৰ নিৰ্মাণ কৰা হৈছে। দেখাত সাইলাখ প্ৰাকৃতিক গছ যেন লগা এই বৃক্ষৰূপী মন্দিৰ দৰাচলতে কংক্ৰিট আৰু আন কৃত্ৰিম সামগ্ৰীৰে নিৰ্মিত। ২০০২ চনত আধাৰশিলা স্থাপন কৰা এই বৃক্ষৰূপী মন্দিৰৰ নিৰ্মাণ সম্পূৰ্ণ হয় ২০০৬ চনত। বাহিৰভাগ এজোপা সুন্দৰ গছ, ভিতৰত দেৱী মন্দিৰ। গছজোপাত এক লাখ কংক্ৰিটৰ পাত আছে। মন্দিৰটো নিৰ্মাণত প্ৰায় ৩৫ লাখ টকা খৰচ হয়। গছৰ (বৃক্ষ) আকৃতিৰ বাবেই ইয়াৰ নাম বৃক্ষৰূপী মন্দিৰ। বৃক্ষৰূপী মন্দিৰৰ কাষতে আছে পঞ্চমুখী সৰ্পৰূপী মন্দিৰ, প্ৰায় ৭০ ফুট উচ্চতাৰ হনুমানৰূপী মন্দিৰ, নৌকাৰূপী মন্দিৰ আদি।

স্নানঘাট মন্দিৰত দৌল পূজা, গণেশ পূজা, শিৱ পূজা, যজ্ঞৰ অষ্টমংগলাত আদ্য পূজা, বাসন্তী পূজা, অন্নপূৰ্ণা পূজা, বাথৌ পূজা, খেৰাই পূজা, শাৰদীয় দুৰ্গা পূজা আদি অনুষ্ঠিত হয়। ভক্তপ্ৰাণ ৰাইজে প্ৰতি বছৰে মাঘী পূৰ্ণিমাত তিনিদিনীয়াকৈ যজ্ঞ অনুষ্ঠিত কৰে। এই যজ্ঞত ধনী-দুখীয়া তথা বিভিন্ন ধৰ্মাৱলম্বী লোকে একেলগে প্ৰসাদ গ্ৰহণ কৰে। স্নানঘাটৰ মহামায়াই সকলো ধৰ্মৰ লোককে আশীৰ্বাদ কৰে বুলি লোক বিশ্বাস প্ৰচলিত।

মহামায়া স্নানঘাটৰ বৃক্ষৰূপী মন্দিৰ তথা আন মন্দিৰসমূহ দৰ্শনৰ বাবে নিতৌ বহু ভক্ত, দৰ্শনাৰ্থীৰ হোৱাৰ উপৰি মহামায়া স্নানঘাটত অশোকাষ্টমীৰ দিনা স্নান কৰিবলৈ বহু ভক্তৰ সমাৱেশ হয়।

# মংগলচণ্ডী থান, বীৰকুছি, গুৱাহাটী

গুৱাহাটী মহানগৰৰ পূব দিশৰ বীৰকুছিত অৱস্থিত মংগলচণ্ডী থান সতীৰ স্মৃতি বিজড়িত এখন শক্তিপীঠ। জনশ্ৰুতি অনুসৰি সতীৰ আঙুলি বা নখৰ অংশ ইয়াতে পৰিছিল। বৰ্তমানৰ থানত অধিষ্ঠিত দেৱী প্ৰতিমাৰ পৰা এয়া দুৰ্গা বা কালী গোসাঁনীৰ প্ৰতিমা যেন লাগিলেও সেয়া নিশ্চিত নহয়। কাৰণ ইয়াত দেৱী অধিষ্ঠিত হৈ আছে হাতীৰ ওপৰত। বেদীৰ ওপৰত পৰি থকা দহ-বাৰখন বিশাল বলিকটা খড়গৰ পৰা অনুমান কৰিব পাৰি যে এই থানৰ অধিষ্ঠাত্ৰী দেৱীক উগ্ৰৰূপত আৰাধনা কৰা হৈছিল। অৱশ্যে এই দেৱী প্ৰতিমাৰ মুখমণ্ডলত উগ্ৰতা লেশমানো নাই।

অনুচ্চ এটা টিলাৰ ওপৰত থকা বহল শিলৰ এক বেদীত এই থান অৱস্থিত। থানখনৰ চৌপাশে ওখ ওখ আম, বেল, বকুল, চাম, কঁঠাল, হিজল আদি গছেৰে ভৰা। থানখনৰ প্ৰৱেশদ্বাৰতো আছে সুবিশাল বৃক্ষ।

বেলতলা ৰজাসকলৰ উপাস্য দেৱী মা মংগলচণ্ডীক শৰতৰ মহাঅষ্টমী তিথিৰ মাজৰাতিৰ সন্ধিক্ষণত ছাগলী, কোমোৰা আদিৰ বলিৰে নৈবদ্য আগবঢ়াই পূজা কৰা হয়। এই পূজাত বেলতলাৰ ৰাজপৰিয়ালৰ লোকে আগভাগ ল'লেও স্থানীয় ৰাইজে সহায়-সহযোগিতা তথা ভক্তিভাৱে অংশগ্ৰহণ কৰে।

মংগলচণ্ডী থান পোনতে মুক্ত আছিল। মুক্ত প্ৰাংগণ, মুক্ত পূজাৰ বেদী। আকাশেই আছিল চন্দ্ৰতাপ। কিংবদন্তি অনুসৰি কোচ ৰজা চন্দ্ৰনাৰায়ণ দেৱৰ পিতৃয়ে এই থানতে এটা মন্দিৰ নিৰ্মাণ কৰিব খুজিছিল। ইয়াৰ বাবে থানৰে এজোপা বিশাল গছ কটাৰ সিদ্ধান্ত লোৱা হয়। গছ কটোৱাৰ আগদিনা নিশা দেৱীয়ে সপোন দেখুৱালে 'গছজোপা কাটিব খুজিছ কিয়? মই চিৰ উন্মুক্ত। মোক মন্দিৰত থ'বলৈ চেষ্টা নকৰিবি। তহঁতে কাটিব খোজা গছতে মোৰ শুকুলা ঘোঁৰাটো বান্ধো। গছ নাকাটিবি।' তেতিয়াৰে পৰা ইয়াত মন্দিৰ সজা হোৱা নাছিল। উৎস ঃ 'দেৱী', ড° নিৰ্মলপ্ৰভা বৰদলৈ

কিছু বছৰ আগেয়ে বীৰকুছিৰ গাঁওবুঢ়া দধিৰাম ৰংপি আৰু স্থানীয় কাৰ্বি ৰাইজে বেদীত অধিষ্ঠিত প্ৰতিমাক সামৰি এটি পঁজা সাজে। কাৰণ বেদীৰ ওচৰত থকা শিলবোৰ গৰু চৰোৱা, খেতি কৰিবলৈ অহা সৰু সৰু ল'ৰা-ছোৱালীয়ে দলিয়াই ফৰ্মুটিয়াই পেলাইছিল। সময়ে সময়ে সেৱা কৰিবলৈ অহা লোকে দেৱীৰ আগত দিয়া সিকি-আধলি আদি খুচৰিও শিলবোৰ দলিয়াইছিল। বৰ্তমান ৰাজবংশৰ সহযোগতে খেৰৰ পঁজাৰ ঠাইত টিনৰ চালি দিয়া হৈছে।



নিতৌ স্থানীয় ৰাইজে এই থানত সাধ্য অনুসৰি পূজা দিয়াৰ লগতে মঙলবাৰে ভোগ প্ৰদান কৰি আহিছে। দুৰ্গা পূজাৰ অষ্টমী তিথিত সন্ধি পূজা আৰু বলি হোৱাৰ উপৰি মাঘ মাহত পালন কৰা হয় বাৰ্ষিক পূজা। থানৰ চাৰিওফালে সিঁচৰতি হৈ থকা গছবোৰতো নিতৌ চাকি-বন্তি জ্বলোৱা হয়। থানৰ গছ কেতিয়াও কটা নহয়। ভক্তপ্ৰাণ ৰাইজৰ মাজত ঘাইকৈ মা মংগলচণ্ডী থানৰূপে পৰিচিত এই থানক কোনো কোনোৱে আই গোসাঁনীৰ থান বুলিও উল্লেখ কৰে। প্ৰতি মঙলবাৰে পূজা-অৰ্চনাৰ বাবে ইয়ালৈ ভক্তৰ লানি নিছিগা সোঁত বয়।

আদিম দেৱীৰ এই থান কোনে কেতিয়া প্ৰতিষ্ঠা কৰিলে জনা নাযায়। চিলাৰায়ৰ বংশধৰসকলৰে একাংশ বেলতলা ৰাজ্যৰ (বৰ্তমান বেলতলা মৌজা) ৰজাসকলৰ দেৱী উপাসনাৰ এই থান।

# মাইবাং, ডিমা হাছাও

ডিমা হাছাও জিলাৰ মাহুৰ নৈৰ (মাইবাং নৈ নামেৰেও সমধিক পৰিচিত) পাৰত অপৰূপ প্ৰাকৃতিক সৌন্দৰ্যৰ মাজত অৱস্থিত এসময়ৰ কছাৰীসকলৰ ৰাজধানী মাইবাং। মাইবাং চহৰখন প্ৰতিষ্ঠাৰ কোনো নিৰ্দিষ্ট সময় পোৱা নাযায় যদিও ইয়াৰ সিংহদুৱাৰত থকা শিলালিপিৰ পৰা চহৰখন ৰজা মেঘনাৰায়ণৰ দিনতে পৰিকল্পিত-ভাৱে পতা হৈছিল বুলি ঠাৱৰ কৰা হৈছে। ষষ্ঠদশ শতিকাৰ মাজভাগৰ পৰা অষ্টাদশ শতিকাৰ মাজভাগলৈকে মাইবাং কছাৰীসকলৰ ৰাজধানী আছিল।

অতি পুৰণিকালৰে পৰা অসমত ৰাজত্ব কৰি অহা কছাৰীসকলৰ পূৰ্বতে ৰাজধানী আছিল ডিমাপুৰ। ১৫৩৬ চনত আহোমৰ আক্ৰমণত ডিমাপুৰ ধ্বংস হোৱাত কছাৰীসকলে দক্ষিণলৈ হোহকি আহি মাইবাঙত ৰাজধানী পাতে। কছাৰী ভাষাত 'মাই' শব্দৰ অৰ্থ হ'ল ধান আৰু 'বাং' মানে ভঁৰাল। ধনশিৰিৰ পাৰৰ জীপাল ডিমাপুৰ এৰি আহি দুৰ্গম ডিমা হাছাওৰ পাহাৰ শ্ৰেণীৰ মাজৰ এই ঠাইত মাহুৰ নদীৰ পলসেৰে সাৰুৱা সমতলত প্ৰচুৰ ধান উৎপন্ন হোৱা দেখি কছাৰীসকল আনন্দিত হ'ল আৰু নাম থ'লে মাইবাং, অৰ্থাৎ, ধানৰ ভঁৰাল। এনেদৰে অঞ্চলটোৰ নাম মাইবাং হ'ব পাৰে। পাছত অৱশ্যে কছাৰী ৰজা শত্ৰুদমনে আহোম সেনাপতি সুন্দৰ গোহাঁইক পৰাভূত কৰি ঘূৰি আহি মাইবাঙৰ নাম কীৰ্তিপুৰ দিছিল আৰু নিজেও প্ৰতাপনাৰায়ণ উপাধি গ্ৰহণ কৰিছিল।

কছাৰীসকলৰ ৰাজধানী মাইবাঙৰ ভগ্নাৱশেষ এতিয়াও অ'ত-ত'ত পৰি থকা পৰিলক্ষিত হয়। ৰাজধানী চহৰখনৰ সিংহদ্বাৰৰ শিলৰ খুঁটা মাইবাং বজাৰৰ সন্মুখত এতিয়াও জিলিকি আছে। মাইবাঙৰ ৰণচণ্ডী ঠাকুৰাণী মন্দিৰৰ আশে-পাশে সৰু-বৰ পুখুৰী, ইটাৰ বেৰ, গড় আদিও আছে। ভাৰতৰ পুৰাতত্ত্ব বিভাগে মাইবাঙৰ ভগ্নাৱশেষক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে।

দ্বাদশ শতিকাৰ কোনো এজন ডিমাছা ৰজাই এচটা মাত্ৰ শিলত সজোৱা



এটা পৌৰাণিক মন্দিৰ মাইবাঙৰ অন্যতম দ্ৰষ্টব্য স্থান। জনশ্ৰুতি অনুসৰি উল্লিখিত ৰজাজনে এগৰাকী ৰাজকুমাৰীক বিয়া কৰাবলৈ মন মেলিছিল। কিন্তু ৰাজকুমাৰীয়ে চৰ্ত দিলে যে একে ৰাতিৰ ভিতৰতে যদি ৰজাই এটা শিলৰ ঘৰ সাজি দিব পাৰে তেতিয়াহে বিয়া সম্ভৱ। চৰ্ত অনুসৰি ৰজাই ঘৰটো সাজিবলৈ আৰম্ভ কৰে। কিন্তু ঘৰটো প্ৰায় সম্পূৰ্ণ হওতেই ৰাতি পুৱাল। চৰ্ত পূৰণ নহ'ল।

মাইবাঙৰ ওচৰৰে মাহুৰ নৈৰ পাৰত দুখলপীয়া এটা শিলত কটা সৰু মন্দিৰ আছে। এই মন্দিৰটোক ৰণচণ্ডী মন্দিৰ বুলি জনা যায়। ইয়াত চাৰিখন দুৱাৰ আছে। এই মন্দিৰ সুৰদৰ্পনাৰায়ণৰ ৰাজত্বকালত নিৰ্মাণ কৰা হৈছিল। কোনো কোনোৰ মতে এই মন্দিৰ ৰজা হৰিশ্চন্দ্ৰই নিৰ্মাণ কৰোৱাইছিল।

ডিমা হাছাও জিলাৰ সদৰ হাফলঙৰ পৰা প্ৰায় ৪৭ কিলোমিটাৰ নিলগত অৱস্থিত মাইবাং জিলাখনৰ অন্যতম সংস্কৃতিক কেন্দ্ৰ, পৰ্যটক আকৰ্ষণৰ ঠাই।

# মাঘনোৱা দৌল, নাৰায়ণপুৰ

লখিমপুৰ জিলাৰ নাৰায়ণপুৰৰ ফুলবাৰী গাঁৱৰ পিছলা নৈৰ পাৰত অৱস্থিত মাঘনোৱা দৌল। ফুলবাৰী দৌল বা ফুলবাৰী দেওশাল নামে সমধিক পৰিচিত এই দৌল ১৭০৫ চনত আহোম স্বৰ্গদেউ ৰুদ্ৰ সিংহই নিৰ্মাণ কৰোৱাইছিল বুলি জনা যায়। আদিতে দৌলৰ মাটিকালি আছিল ৩৩ বিঘা ১৫ লেচা। স্বৰ্গদেউ ৰুদ্ৰ সিংহই দৌলৰ কাষতে এখন বিলো খন্দোৱাইছিল। এই বিলৰ নাম মাঘনোৱা বিল। প্ৰায় ৭৫ ফুট ওখ দৌলটোৰ শীৰ্ষত এসময়ত এটা সোণৰ কলচী আছিল।

প্ৰাপ্ত তথ্য মতে এই দৌল কালী দেৱীৰ অৰ্চনাৰ অৰ্থে নিৰ্মাণ কৰা হৈছিল। পবিত্ৰ মাঘ মাহত এই দৌলৰ বিগ্ৰহ নোওৱা (মাংগলিক উপলক্ষত কৰা স্নান) হৈছিল। ইয়াৰ পৰাই পোনতে মাঘনোওৱা আৰু কালক্ৰমত দৌলটোৰ নাম মাঘনোৱা হয়।

'কালিকা পুৰাণ'ত উল্লিখিত পিছলা নৈৰ পাৰত নিৰ্মিত এই দৌলৰ শিৱসাগৰ তথা অসমৰ আন আন অঞ্চলত আহোমসকলৰ পৃষ্ঠপোষকতাত নিৰ্মিত দৌলসমূহৰ আৰ্হিৰ সৈতে সাদৃশ্য আছে। আঠকোণীয়া দৌলটোৰ বেৰত বিভিন্ন দেৱ-দেৱীৰ মূৰ্তি খোদিত আছে। দৌলটোৰ চাৰিওফালে প্ৰায় ৫ ফুট ওখ ইটাৰ বেৰ। ইয়াৰে এটা বাটচ'ৰাইদি দৌলৰ প্ৰাংগণলৈ সোমাব পাৰি। ইটাৰ গড়ৰ চাৰিওফালে এটা মাটিৰ গড় আছে। মাটিৰ গড়ৰ দক্ষিণ-পুব চুকটো মাঘনোৱা বিলত লাগিছে।

দৌলটো আঠকোণীয়া আৰু সন্মুখৰ গাতে এটা বুলনি ঘৰ লাগি আছে। এই বুলনি ঘৰতে এসময়ত মুখ্য প্ৰতিমা ভাগ ৰখা হৈছিল। দৌলৰ দেৱালৰ মাজভাগত কাৰ্নিচ (পকী ঘৰৰ মুধৰ বা দেৱালৰ বাহিৰ ওলাই থকা অংশ) আছে। কাৰ্নিচৰ তলৰ পৰা মাটিত লগা অংশৰ মাজভাগ মৃদংগৰ দৰে ফুলি থকা। কাৰ্নিচৰ তলত দেৱালবোৰত দুশাৰী মূৰ্তি লগোৱা আছে। তাৰে কিছুমান মূৰ্তি এতিয়া নাই আৰু দৌলটোৰ কলচীও নাই। একেদৰে মাঘনোৱা বিলখনো ১৯৮০ চনমানত পিছলা আৰু দ্ৰোপাং নৈৰ বাঢ়নী পানীৰ বালিয়ে পুতি পেলায়।

এসময়ত এই দৌল কালী পূজাৰ মুখ্যস্থলী আছিল বুলি জনা যায়। বুৰঞ্জীবিদ জন পিটাৰ ৱেডৰ বিৱৰণ মতে স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই (১৭৫১-১৭৬৯) পিছলা নৈত স্নান কৰি ফুলবাৰী দেৱালয়ত গোসাঁনী সেৱা কৰি ৪,০০০ তিৰোতা আৰু ল'ৰা-ছোৱালীক কাপোৰ, টকা আৰু সোণ দান কৰিছিল। বৰ্তমান ই শিৱ পূজাৰ স্থলী।



এসময়ৰ অতি প্ৰসিদ্ধ এই মাঘনোৱা দৌলৰ বহু মূৰ্তি উপযুক্ত প্ৰতিপালনৰ অভাৱত বেৰৰ পৰা খহি পৰিছে। মানৰ আক্ৰমণতো দৌলটোৰ ক্ষতি হয়। মানৰ আক্ৰমণত দৌল অপবিত্ৰ হোৱাৰ আশংকাত পুৰোহিতে ইয়াৰ বিগ্ৰহ দৌলৰ পৰা প্ৰায় দহ কিলোমিটাৰ নিলগৰ গাভৰু বিলত নিক্ষেপ কৰে। তেতিয়াৰে পৰা দৌলটো বিগ্ৰহ শূন্য। অৱশ্যে পৰৱৰ্তী সময়ত গাভৰু বিলত মাছমৰীয়াৰ জালত উঠে মাঘনোৱা দৌলৰ বিগ্ৰহ। গাভৰু বিলৰ পাৰৰ যি ঠাইত বিগ্ৰহ উদ্ধাৰ হৈছিল সেই ঠাই দেওতোলা নামে জনাজাত হৈ পৰে। উদ্ধাৰ হোৱা বিগ্ৰহ অৱশ্যে মাঘনোৱাত প্ৰতিষ্ঠা কৰা নহ'ল। শোণিতপুৰ জিলাৰ কলাবাৰীতহে এই বিগ্ৰহ প্ৰতিষ্ঠা কৰা হয়। এই বিগ্ৰহ প্ৰতিষ্ঠিত থানৰ নাম বৰকালিকা।

মাঘনোৱা দৌল অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত। দৌলটোৰ সংৰক্ষণৰ দায়িত্বত পুৰাতত্ত্ব বিভাগ আছে যদিও বৰ্তমান এই দৌলটোৰ অৱস্থা শোচনীয়।

---

সৌজন্য ঃ নেত্ৰ কমল গোস্বামী, গুৱাহাটী, পংকজ জ্যোতি মহন্ত, ধলপুৰ

# মালিনী থান, লিকাবালি

মালিনী থান উত্তৰ-পূৰ্বাঞ্চলৰ এক প্ৰসিদ্ধ শক্তিপীঠ। ধেমাজি জিলাৰ চিলাপথাৰৰ পৰা আঠ কিলোমিটাৰ উত্তৰে অৰুণাচল প্ৰদেশৰ চিয়াং জিলাৰ লিকাবালিত এই থান অৱস্থিত। মন্দিৰসহ ঠাইখিনি চিয়াং পাহাৰৰ প্ৰায় ১০০ মিটাৰ ওখ এটা টিলাত অৱস্থিত। এই ঠাইত সামৰিক বাহিনীৰ লোকে হাবি কাটি মুকলি কৰোঁতে এটি অষ্টভুজা দেৱীৰ মূৰ্তি ভগ্ন অৱস্থাত পাইছিল। তেওঁলোকেই এই মূৰ্তি দশভুজা কৰি স্থাপন কৰে। তেতিয়াৰে পৰাই ইয়াত পূজা-অৰ্চনাৰ প্ৰচলন হৈ আহিছে। স্থানীয় ৰাইজে এই মূৰ্তিক দেৱী মালিনীৰ মূৰ্তি বুলি অভিহিত কৰিছে আৰু এই মূৰ্তি থকা বাবেই এই থান বা মন্দিৰ মালিনী থান বা মালিনী মন্দিৰ নামে জনাজাত হয়।

জনশ্ৰুতি মতে দ্বাৰকাৰ অধিপতি শ্ৰীকৃষ্ণই কুণ্ডিলৰ (শদিয়া) ভীষ্মক ৰজাৰ কন্যা ৰুক্মিণীক শিশুপাললৈ বিয়া দিয়াৰ আগমুহূৰ্তত হৰণ কৰি আনোতে এই ঠাইতে মহাদেৱ-পাৰ্ৱতীয়ে কৃষ্ণ-ৰুক্মিণীক আমন্ত্ৰণ কৰি কিছু সময় ৰাখিছিল আৰু পাৰ্বতীয়ে কৃষ্ণ-ৰুক্মিণীক এধাৰ মালা দি আদৰণি জনাইছিল। সেইবাবেই দেৱী মালিনী নামেৰে খ্যাত হয়। জনশ্ৰুতি অনুসৰি শিৱ-পাৰ্ৱতীৰ চেষ্টাত শ্ৰীকৃষ্ণ-ৰুক্মিণীৰ বিবাহো ইয়াতে সম্পন্ন হৈছিল। বিয়াৰ পাছত এই ঠাইতে শ্ৰীকৃষ্ণ-ৰুক্মিণীয়ে স্বামী-স্ত্ৰীৰূপে এৰাতি কটাইছিল।

আন এক জনশ্ৰুতি অনুসৰি ইয়াৰ ভগ্ন মূৰ্তিটো সদাশিৱৰ প্ৰেমাকাংক্ষিণী এগৰাকী মালিনীৰ। পাৰ্ৱতীৰ কোপত এই মালিনীৰ শিৰশ্ছেদ হৈছিল। মালিনী থানত প্ৰতি বছৰে দেৱী মালিনীৰ স্মৃতিত বাসন্তী অষ্টমী তিথিত বাসন্তী পূজা বা মালিনী মেলাৰ আয়োজন কৰা হয়।

পুৰাতত্ত্ববিদসকলৰ মতে দশম শতিকাৰ পৰা দ্বাদশ শতিকাৰ ভিতৰত প্ৰাচীন কামৰূপত ৰাজত্ব কৰা পাল বংশীয় ৰজাসকলে মালিনী থান প্ৰতিষ্ঠা কৰে। সময়ৰ সোঁতত সেই মন্দিৰ ধ্বংসস্তূপত পৰিণত হয়। স্বৰাজোত্তৰ কালত পুৰাতত্ত্ব বিভাগে খনন চলাই ইয়াত ভালেমান মূৰ্তি তথা কীৰ্তিচিহ্ন উদ্ধাৰ কৰে। এই মূৰ্তিবোৰৰ ভিতৰত আছে নৃত্যৰত কিন্নৰৰ মূৰ্তি, গণেশ আৰু কাৰ্তিকৰ মূৰ্তি, মহাদেৱৰ বাহন নান্দী ষাঁড়ৰ শিলৰ মূৰ্তি, নাৰায়ণৰ মূৰ্তি আদি। পুৰাতত্ত্ববিদসকলৰ মতে মালিনী থানত উদ্ধাৰ হোৱা এইবোৰ শৈলশিল্পৰ লগত উৰিষ্যাৰ কোনাৰকৰ মন্দিৰৰ ভালেখিনি সাদৃশ্য আছে। ১৯৭১ চনত ইয়াতে এটা মন্দিৰ নিৰ্মাণ কৰা হয়।

অসমৰ ভৌগোলিক পৰিসীমাৰ ভিতৰত নপৰিলেও ৰাজ্যখনৰ ধৰ্মীয় আৰু সাংস্কৃতিক পৰিমণ্ডলত মালিনী থানৰ বিশেষ স্থান আছে।

# মেৰঘৰ, ছয়গাঁও

গুৱাহাটী মহানগৰৰ পৰা প্ৰায় ৩৭ কিলোমিটাৰ পশ্চিমে ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ দাঁতিত পূৰ্বতে অৱস্থিত আছিল চান্দ সদাগৰৰ চম্পক নগৰ। এই পথৰ দক্ষিণে আছে মেৰঘৰৰ ভগ্নাৱশেষ। বৰ্তমান ছয়গাঁও অঞ্চলেই অতীতত চন্দ্ৰধৰ বা চান্দ সদাগৰ নামে জনাজাত বণিকৰ চম্পক নগৰ হিচাপে পৰিচিত আছিল। চান্দ সদাগৰে তেওঁৰ ছয় পুত্ৰৰ মাজত চম্পক নগৰ ছখন গাঁৱত ভাগ কৰি দিয়া বাবে কালক্ৰমত ঠাইখিনিৰ নাম ছয়গাঁও হয়।

জনশ্ৰুতি মতে, লখিন্দৰৰ পিতৃ চান্দ সদাগৰ আছিল ভগৱান শিৱৰ একনিষ্ঠ ভক্ত। সেয়ে শিৱৰ বাহিৰে তেওঁ আন কোনো দেৱতাৰ আৰাধনা কৰা নাছিল। আনফালে শিৱৰ কন্যা সৰ্পদেৱী মনসা তেতিয়ালৈকে ক'তো পূজিত হোৱা নাছিল। পিতৃ শিৱই মনসাক পৰামৰ্শ দিলে যে কোনোবা ভক্তিমান শৈৱ, অৰ্থাৎ, শিৱৰ উপাসকে প্ৰথম মনসাৰ পূজা কৰিলেহে মৰ্ত্যত মনসা পূজাৰ প্ৰচলন সম্ভৱ হ'ব। তেতিয়া মনসাই চান্দ সদাগৰক নিৰ্বাচন কৰি তেওঁক মনসা পূজাৰ আয়োজন কৰাৰ বাবে অনুৰোধ কৰে। কিন্তু শিৱৰ উপাসক চান্দ সদাগৰে মনসাৰ প্ৰস্তাৱটো মানি নল'লে। তেতিয়াই দেৱী মনসা কোপান্বিত হৈ চান্দ সদাগৰক অভিশাপ দিয়ে যে সদাগৰৰ প্ৰত্যেক পুত্ৰৰ জীৱন তেওঁ (মনসা) ধ্বংস কৰিব। মনসাৰ অভিশাপৰ ফলত লখিন্দৰক বাদ দি চান্দ সদাগৰৰ সকলো পুত্ৰ এজন এজনকৈ সৰ্প দংশনত নিহত হয়। সেয়ে লখিন্দৰৰ বিবাহৰ সময়ত চান্দ সদাগৰে অতিৰিক্ত সতৰ্কতা হিচাপে দেৱশিল্পী বিশ্বকৰ্মাৰ সহায়ত এটা মেৰঘৰ নিৰ্মাণ কৰে য'ত সাপ কোনোপধ্যেই সোমাব নোৱাৰে। কিন্তু ইমান সাৱধানতা সত্ত্বেও মনসাই নিজৰ উদ্দেশ্য বাস্তৱায়িত কৰিবলৈ সক্ষম হয়। মনসাই পঠিওৱা সাপ এটাৰ দংশনত লখিন্দৰৰ মৃত্যু হয়। লখিন্দৰৰ পত্নী বেউলাই স্বামীৰ প্ৰাণ ঘূৰাই আনিবলৈ মনসা দেৱীৰ ওচৰত অবিৰাম প্ৰাৰ্থনা কৰি থাকে। বেউলাৰ প্ৰাৰ্থনা মানি লৈ অৱশেষত মনসা দেৱীয়ে এটা চৰ্তত লখিন্দৰৰ প্ৰাণ ঘূৰাই দিয়ে। চৰ্তটো আছিল বেউলাই চান্দ সদাগৰক মনসা পূজা কৰাবলৈ মান্তি কৰাব পাৰিব লাগিব। পাছলৈ চান্দ



সদাগৰে মনসাৰ ইচ্ছানুসৰি মনসা পূজাৰ আয়োজন কৰিলে।

চান্দ সদাগৰৰ মৃত্যুৰ পাছত প্ৰাকৃতিক দুৰ্যোগত চম্পক নগৰ ধ্বংসপ্ৰাপ্ত হয়। চম্পক নগৰৰ কীৰ্তিচিহ্ন হিচাপে চান্দ সদাগৰে নিৰ্মাণ কৰা মেৰঘৰৰ অৱশিষ্ট ছয়গাঁৱত আজিও পৰিদৃশ্যমান হৈ আছে। ইয়াতে দুটা বেলেগ সময়ৰ মন্দিৰৰ ভগ্নাৱশেষো পোৱা যায়। ইয়াৰে এটা একাদশ-দ্বাদশ শতিকাৰ, আনটো সম্ভৱতঃ ষষ্ঠদশ শতিকাৰ। পুৰণি আন্তঃগাঁথনিৰ ওপৰতেই নতুনকৈ এটা মন্দিৰ নিৰ্মাণ কৰা হৈছে। মন্দিৰৰ ভিতৰত এটা দেৱী মূৰ্তি, এটা শিৱ লিংগ আৰু এটা সূৰ্য মূৰ্তি আছে। পৰৱৰ্তী কালত আহোম স্বৰ্গদেউ শিৱ সিংহই তাত এটা ধুনীয়া মন্দিৰ নিৰ্মাণ কৰে যদিও ১৮৯৭ চনত ভূমিকম্পত সেই মন্দিৰটো ভাগি পৰে।

অসমৰ পুৰাতত্ত্ব বিভাগে মেৰঘৰৰ নিৰ্মাণৰ সময়সীমা একাদশ-দ্বাদশ শতিকা বুলি ঠাৱৰ কৰিছে। চান্দ সদাগৰে মেৰঘৰ নিৰ্মাণ কৰিছিল লো আৰু শিলৰ সহায়ত। শিল কাটি লোহাৰ গজালেৰে জোৰা লগাই মেৰঘৰ নিৰ্মাণ কৰা হৈছিল। বৰ্তমান মেৰঘটোৰ ভগ্নাৱশেষৰ টুকুৰাবোৰ পুৰাতত্ত্ব বিভাগে সজাই পৰাই থান-থিত লগাই সংৰক্ষণ কৰি ৰাখিছে। মেৰঘৰৰ ভগ্নাৱশেষ কিছুমানক এটি সৰু ঘৰ সাজি তাৰ ভিতৰত ভাগ ভাগকৈ সংৰক্ষণ কৰা হৈছে।

মেৰঘৰৰ ওচৰতে থকা শিৱ আৰু কালী মন্দিৰত আগৰ পৰাই স্থানীয় ৰাইজে মিলি প্ৰত্যেক বছৰে শিৱৰাত্ৰি পালন কৰে।

ছয়গাঁৱৰ মেৰঘৰ অসমৰ ৰাজ্যিক সংৰক্ষিত স্থানৰ অন্তৰ্গত।

# যোগীঘোপাৰ গুহা শিল্প

অসমৰ পশ্চিম অংশৰ গোৱালপাৰা জিলাৰ সদৰ গোৱালপাৰা চহৰৰ পৰা প্ৰায় ৩০ কিলোমিটাৰ দূৰৈত ব্ৰহ্মপুত্ৰৰ উত্তৰে এক পাহাৰৰ নামনিত অৱস্থিত যোগীঘোপা (বঙাইগাঁও জিলাত)। ইয়াত মুঠ ১৮টা ঘোপা (পৰ্বতৰ গহ্বৰ, কুৰুং) আছিল বুলি জনা যায়। ইয়াৰে ছটাত যোগীসকলে যোগ-ধ্যান কৰিছিল। ঘোপাত যোগীয়ে ধ্যান কৰা বাবেই এই ঠাইৰ নাম হ'ল যোগীঘোপা। বৰ্তমান কেইটামান ঘোপা বা গুহাৰ বাহিৰে বাকীবোৰ হাবি-বনেৰে ভৰা দুৰ্গম স্থানত। পূবফালে থকা সুবাসনী নামৰ ঘোপাটোত এখন ডাঙৰ শিলৰ চোতাল আছে। ইয়াতেই শিৱ-পাৰ্বতীৰ বিয়া হৈছিল বুলি জনশ্ৰুতি প্ৰচলিত। যোগীঘোপাত অৱস্থিত প্ৰাচীন দুধনাথ মন্দিৰত শিৱ আৰু পাৰ্বতীৰ শিলত কটা মূৰ্তি আছে। যোগীঘোপাৰ ঘোপাবোৰত শিৱৰাত্ৰি, দুৰ্গা পূজা আদি পালন কৰা হয়। ইয়াত অহোমসকলে এটা দুৰ্গ নিৰ্মাণ কৰিছিল আৰু পাছত এক ইউৰোপিয়ান ক'লনী পতা হৈছিল। যোগীঘোপা এক প্ৰাচীন নদীবন্দৰ আছিল (ব্ৰহ্মপুত্ৰ নদী)। পাছে যোগীঘোপাত সিফালৰ পঞ্চৰত্নক সংযোগ কৰাকৈ ব্ৰহ্মপুত্ৰ নদীৰ ওপৰত নৰনাৰায়ণ সেতু নিৰ্মাণৰ পাছত এই নদীবন্দৰৰ গুৰুত্ব কমি আহে।



# ৰঙামাটিৰ মচজিদ, গৌৰীপুৰ

ধুবুৰী জিলাৰ গৌৰীপুৰ নগৰৰ উত্তৰফালে গৌৰীপুৰ-বঙাইগাঁও পথৰ দাঁতিত অৱস্থিত ঐতিহ্যমণ্ডিত ৰঙামাটিৰ মচজিদ। পাণবাৰী মচজিদ নামেৰেও ই সমধিক পৰিচিত। আদিতে এই ঠাইতেই বুৰঞ্জীপ্ৰসিদ্ধ ৰঙামাটি নগৰ আছিল। গৌড়ৰ নবাব হুছেইন শ্বাহে কমতাপুৰৰ খেন বংশীয় ৰজা নীলাম্বৰক পৰাস্ত কৰি কামৰূপ-কমতাত মুছলমানৰ আধিপত্য প্ৰতিষ্ঠা কৰাৰ পাছত ৰঙামাটিত এটি মচজিদ নিৰ্মাণ কৰায়। ১৪৯৩-ৰ পৰা ১৫১৯ চনৰ ভিতৰত এই মচজিদ নিৰ্মাণ কৰা হৈছিল। ইয়েই হ'ল অসমৰ আটাইতকৈ পুৰণি মচজিদ। মচজিদটোৰ কাৰুকাৰ্য, নিৰ্মাণ-পদ্ধতি সকলো ফালৰ পৰাই অসমত মোগল স্থাপত্যৰ ই এক সুন্দৰ নিদৰ্শন। এই মচজিদৰ ওচৰতে মোগল যুগৰ ইটাৰ ভেটীৰ এখন প্ৰাচীন নগৰৰ ভগ্নাৱশেষ, প্ৰাচীন পোৰা মাটিৰ ভাস্কৰ্য আৰু মুদ্ৰা উদ্ধাৰ কৰা হৈছে।

ভাৰতৰ পুৰাতত্ত্ব বিভাগে ৰঙামাটিৰ মচজিদক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে।

# ৰংঘৰ, শিৱসাগৰ

আহোম ৰজা আৰু ডা-ডাঙৰীয়াসকলে পথাৰত হোৱা নানা খেল-ধেমালি বহি চাবলৈ সজোৱা এটা ঐতিহাসিক ঘৰ ৰংঘৰ। শিৱসাগৰৰ তলাতল ঘৰৰ ওচৰতে ৩৭ নং ৰাষ্ট্ৰীয় পথৰ নিচেই কাষতে অৱস্থিত হাঁহকণী আকৃতিৰ ৰংঘৰটো ১৭৪৬ চনত স্বৰ্গদেউ প্ৰমত্ত সিংহই (১৭৪৪-১৭৫১) সজাইছিল। ৰংঘৰটো আঠকোণীয়া, পকী আৰু দুমহলীয়া। দুমুৰে দুটা ঘঁৰিয়ালৰ শিল্পৰূপেৰে সুসজ্জিত এখন ওভোটা নাৱৰ আৰ্হিৰে ইয়াৰ শীৰ্ষভাগ শোভিত। ৰংঘৰটোৰ মূধচৰ সোঁমাজত তিনিটা সৰু সৰু দৌল আছে। দৌলৰ দুয়োকাষে আছে পূব আৰু পশ্চিমলৈ মূৰ কৰি থকা দুটা ঘঁৰিয়ালৰ মূৰ। ইটামটীয়া গেৰুৱা ৰঙৰ ৰংঘৰটোৰ বেৰসমূহ মৃতশিল্পৰ নানা তৰহৰ লতা ফুল, জ্যামিতিক ৰূপচিত্ৰৰ বিভিন্ন নক্সা, ছবি, ভাস্কৰ্যৰে দৃষ্টিনন্দন।

এই ৰংঘৰৰ ওপৰ মহলাত সিংহপীৰাত বহি আহোম ৰজাসকলে তলৰ পথাৰত অনুষ্ঠিত মালযুঁজ, ম'হযুঁজ আদি চাইছিল। এই ৰংঘৰতে অতিথিসকলৰ অভ্যৰ্থনা, নাচ-গান আদি অনুষ্ঠিত হৈছিল। প্ৰমত্ত সিংহৰ আগতে তেওঁৰ পিতৃ স্বৰ্গদেউ ৰুদ্ৰ সিংহই (১৬৯৬-১৭১৪) কাঠ-বাঁহেৰে চাংঘৰ আকৃতিত এটা ৰংঘৰ সজাইছিল। স্বৰ্গদেউ প্ৰমত্ত সিংহই সেই ঠাইতে বৰ্তমানৰ পকী ৰংঘৰটো নিৰ্মাণ কৰোৱায়। [illegible] কেইবছৰমান পাছত স্বৰ্গদেউ ৰাজেশ্বৰ সিংহই (১৭৫১-১৭৬৯) বৰ্তমানৰ ৰংঘৰটোৰ সন্মুখতে সৰুকৈ আন এটা ৰংঘৰ সজাইছিল। কিন্তু কাল-ক্ৰমত সেই ৰংঘৰটো ধ্বংস হয়। উল্লেখ্য যে ৰংঘৰেই হ'ল এছিয়া মহাদেশৰ প্ৰথমটো এম্ফিথিয়েটাৰ (Amphitheatre ঃ দৰ্শকৰ আসনসমূহ দূৰলৈ ক্ৰমাৎ উচ্চ স্থানত অৱস্থিত, অৰ্ধবৃত্তাকাৰ ৰংগশালা বা প্ৰেক্ষাগৃহ)। ৰংঘৰটোৰ উচ্চতা ১০ মিটাৰ (প্ৰায় ৩৩ ফুট), প্ৰস্থ ১১ মিটাৰ (প্ৰায় ৩৬ ফুট) আৰু দৈৰ্ঘ্য ২৭ মিটাৰ (প্ৰায় ৮৯ ফুট)।



# ৰাজবাৰীৰ ভগ্নাৱশেষ, যোগীজান, হোজাই

হোজাই জিলাৰ উত্তৰ-পূবে হোজাই চহৰৰ পৰা ১০ কিলোমিটাৰ নিলগত অৱস্থিত এখন সৰু নৈ যোগীজান। জনশ্ৰুতি অনুসৰি অতীজতে এই ঠাইত যোগীসকলে ধ্যান-তপস্যা কৰিছিল। সেই সময়ত তাত পানীৰ বৰ অভাৱ আছিল। পানীৰ অভাৱ পূৰণৰ বাবে তাত বাস কৰা যোগীসকলে কাষৰীয়া কপিলী নদীৰ পৰা এটা জান খান্দি বোৱাই আনিছিল যমুনা নদীলৈ। যোগীসকলে খন্দা জান বাবেই এই নৈৰ নাম যোগীজান। নৈখনৰ নামেৰেই অঞ্চলটো যোগীজান নামে পৰিচিত।

যোগীজান নৈৰ ওচৰতে আছে ঐতিহ্যমণ্ডিত ৰাজবাৰী। ইয়াত প্ৰায় ডেৰকুৰি মন্দিৰ আৰু একাধিক ৰাজপ্ৰাসাদৰ প্ৰচুৰ ভগ্নাৱশেষ উদ্ধাৰ হৈছে। এই ভগ্নাৱশেষৰ মাজত বৰ্তমানেও গৰ্ভগৃহত (বিগ্ৰহ বা মূল দেৱতাৰ মূৰ্তি ৰখা স্থান) অক্ষত অৱস্থাত থকা শিৱ লিংগও পোৱা গৈছে। সাতটা শিৱ লিংগ, চামুণ্ডা আৰু আন দেৱ-দেৱীৰ মূৰ্তি তথা ভাস্কৰ্য এই অঞ্চলত উদ্ধাৰ হোৱা উল্লেখযোগ্য পুৰাতাত্ত্বিক সম্পদ।

ৰাজবাৰী নামটো অৱশ্যে বৰ পুৰণি নহয়। কুৰি শতিকাৰ দ্বিতীয় দশকমানৰ পৰাহে ৰাজবাৰী নামটোৰ প্ৰচলন হয়। তথ্য অনুসৰি ১৯২৭ চনত মণিপুৰৰ ৰাজ-বংশধৰ স্নাজাউৱা সিংহৰ নেতৃত্বত কাছাৰৰ পৰা কিছু সংখ্যক মণিপুৰী লোক এই ঠাইত বসতি কৰিবলৈ আহিছিল। ইয়ালৈ আহি তেওঁলোকৰ চকুত পৰিছিল অঞ্চলটোত স্তূপীকৃত হৈ থকা নানান প্ৰাচীন কীৰ্তিচিহ্ন। সেই কীৰ্তিচিহ্নবোৰ কোনো প্ৰাচীন ৰজাৰ ৰাজপ্ৰাসাদৰ অংশ বুলি ভাবিয়েই তেওঁলোকে ঠাইডোখৰৰ নাম থৈছিল ৰাজবাৰী। আন এক তথ্য মতে মণিপুৰ ৰাজবংশৰ সন্তান স্নাজউৱা সিংহই বসবাস কৰা বাবেহে এই অঞ্চলৰ নাম ৰাজবাৰী হয়।

ৰাজবাৰীৰ ভগ্নাৱশেষ অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।।

# ৰামখাপীঠ দেৱালয় বা দেওশাল, দিখৌমুখ, শিৱসাগৰ

শিৱসাগৰ জিলাৰ দিখৌমুখৰ দেওঘৰীয়া গাঁৱত অৱস্থিত ৰামখাপীঠ দেৱালয় বা দেওশাল অসমৰ এখন প্ৰাচীন শক্তিপীঠ। জনশ্ৰুতি মতে 'কালিকা পুৰাণ', 'দেৱী পুৰাণ' আদিত উল্লেখ কৰা মতে দক্ষযজ্ঞত পতিনিন্দা সহিব নোৱাৰি দেহ ত্যাগ কৰা সতীৰ মৃতদেহ শিৱই কান্ধত লৈ অহাৰ পাছত বিষ্ণু চক্ৰৰে খণ্ড খণ্ড কৰাৰ ফলত এই শৱদেহৰ ৫১টা খণ্ড ভাৰতৰ ৫১খন ঠাইত পৰি যিসমূহ শক্তিপীঠৰ সৃষ্টি হৈছিল তাৰে এখন হ'ল ৰামখাপীঠ। পুৰাণত উল্লেখ কৰা ৫১খন শক্তিপীঠত ৰামখাপীঠৰ কোনো উল্লেখ নাই যদিও বিশ্বনাৰায়ণ শাস্ত্ৰীৰ 'কালিকা পুৰাণ আৰু প্ৰাচীন অসম' শীৰ্ষক প্ৰবন্ধত উল্লেখ কৰা মতে দেৱীৰ দিক্কৰবাসিনীৰ পীঠস্থলেই হ'ল ৰামখাপীঠ। আন এক তথ্যমতে 'ভাটিৰ কামাখ্যা, উজানৰ তাম্ৰেশ্বৰী আৰু মাজৰ ৰামখা একেজনাই দেৱী'। সঠিক ঐতিহাসিক সমল নোহোৱা বাবে এইখন আচলতে ৫১খন শক্তিপীঠৰ মাজৰে এখন হয়নে নহয় সেই কথা প্ৰমাণ কৰিবলৈ অসুবিধা।

কোনো কোনো বুৰঞ্জীবিদৰ মতে এই দেৱালয়ৰ নাম পূৰ্বতে আছিল ৰামাক্ষ্যা। তাৰে পৰাই পাছত ৰামখা হয়। দেৱীৰ আন এটা [illegible] ৰমাৰ পৰাও ৰামখা হ'ব পাৰে বুলি কোনো কোনোৱে মত পোষণ কৰিছে।

ৰামখা দেওশালখন আহোমসকল অসমলৈ অহাৰ আগৰে পৰা আছে। ১২৬৮ চনত ৰজা হৈয়েই আহোম স্বৰ্গদেউ চুচেউফা এই স্থানত ফুৰিবলৈ আহি দেওশালখনৰ আধ্যাত্মিকতা উপলব্ধি কৰি বৰ দেউৰী, সৰু দেউৰী, দেওঘৰীয়া, আঠপৰীয়া, তেলী, মালি, নাপিত, কমাৰ, বলিকটীয়া, বাৰিচোৱা, বেলিচোৱা, চাউলকৰা মানীতোলা ইত্যাদি পদবীৰে দেওশালৰ ওচৰৰ মানুহখিনিক লৈ পূজা-অৰ্চনাৰ কাম পুনৰ আৰম্ভ কৰে। (তথা উৎস ঃ নাওবৈচা ফুকনৰ বুৰঞ্জী)

আহোমসকল অসমলৈ অহাৰ বহু আগৰে পৰা অসমত ভালসংখ্যক দেওশাল আছিল। তাম্ৰেশ্বৰী, বৰগঞা, টেঙাপনীয়া, দোৱনীয়া ইত্যাদি এনে



দেওশালৰ উদাহৰণ। বহুতৰ মতে ৰামখা দেওশাল কছাৰী, চুতীয়া আৰু বৰাহীসকলৰ দিনতে স্থাপন হোৱা। তাৰ পাছৰ বুৰঞ্জীমতে কেইশমান বছৰৰ পাছত দিখৌ নৈয়ে সেই দেওশাল খহাই জলগৰ্ভত সামৰি লয় যদিও স্বৰ্গদেউ লক্ষ্মী সিংহৰ (ৰাজত্ব কাল ঃ ১৭৬৯-১৭৮০) দিনত এই পীঠস্থান পুনৰ উদ্ধাৰ হয়। এই পীঠস্থান কেনেদৰে পুনৰ উদ্ধাৰ হ'ল তাৰো এক কাহিনী আছে। সেই কাহিনী মতে এবাৰ হেনো স্বৰ্গদেউ লক্ষ্মী সিংহই ৰংপুৰৰ কাৰেঙৰ পৰা ৰূপহীজানেদি দিখৌ নদী হৈ ব্ৰহ্মপুত্ৰলৈ গৈছিল। যাওঁতে বাটতে যি ঠাইত ৰামখা দেওশালখন জলগৰ্ভত আছিল সেই ঠাইৰ পৰা ৰজাঘৰীয়া নাওবোৰ লৰচৰ নকৰা হ'ল আৰু নাওবৈচাসকলৰ মাজত হাহাকাৰ লাগিল। সেইদিনা ৰাতি স্বৰ্গদেৱে সপোনত দেখিলে যে দিখৌৰ গৰ্ভত দেৱীৰ জাগ্ৰত বিগ্ৰহ আছে। পাছদিনা স্বৰ্গদেৱে পূজা-বলি-বিধান দি দেৱীৰ বিগ্ৰহ উদ্ধাৰ কৰি নতুন মন্দিৰ এটা সজাৰ মানস কৰাত নাও লৰিল। জলগৰ্ভৰ সমলবোৰ উদ্ধাৰ কৰি এই ঠাইৰ ওচৰতে ৰজাই নতুনকৈ দেওশালখন প্ৰতিষ্ঠা কৰি ১০ পুৰা নিষ্কৰ মাটি দিয়ে।

মোৱামৰীয়া বিদ্ৰোহৰ সময়ত এই দেওশালখনৰ ভালেখিনি আচবাব নষ্ট হয় আৰু ইয়াৰ সকলো ধন-সোণ মোৱামৰীয়াসকলে লুটি লৈ যায়। তাৰ পাছতো যি কিছু সম্পদ থাকি গ'ল সেইখিনি মানৰ আক্ৰমণৰ সময়ত ধ্বংস হয়। কিছুদিনৰ পাছতে এই দেওশালকে ধৰি এটা বৃহৎ এলেকা পুনৰ দিখৌৱে সামৰি লয়। এতিয়ালৈকে যিখিনি সম্পত্তি উদ্ধাৰ কৰা হ'ল সেইখিনিৰেই নতুনকৈ সজা মন্দিৰত ৰাইজে পূজা-অৰ্চনা কৰি আছে। এইসমূহৰ ভিতৰত ১০ ফুটৰ এক শিলৰ গহ্বৰ য'ত দেৱীৰ পীঠ (জনশ্ৰুতি মতে কঁকাল অংশ) আৰু শিৱলিংগ আছে। প্ৰায় দুফুট উচ্চতাৰ বিষ্ণু, লক্ষ্মী আৰু সৰস্বতীৰ তিনিটা মূৰ্তিও ইয়াত আছে। ইয়াৰ উপৰি এতিয়ালৈকে উদ্ধাৰ হৈছে এটা তিনিফুট ওখ শিলৰ কলচী, শিলৰ খুঁটা আৰু ৪খন বলি কটা দা। দা ধৰোৱা শিল, গণেশৰ মূৰ্তি থকা খুঁটা আদিও শেহতীয়াকৈ উদ্ধাৰ হৈছে। আধুনিক প্ৰযুক্তিৰে দিখৌৰ গৰ্ভত বিচাৰিলে হয়তো এনেকুৱা বহু সম্পদ উদ্ধাৰ হ'ব।

ৰামখা দেৱালয়খন এতিয়াও সকলোৱে জাগ্ৰত বুলিয়েই জ্ঞান কৰে। যোৱা আঢ়ৈশ বছৰৰো অধিক কাল হাজাৰ হাজাৰ ভক্তই ইয়াত অশোকাষ্টমী, দুৰ্গাষ্টমী, শিৱৰাত্ৰি আদিত পূজা-অৰ্চনা নিয়মিতভাৱে কৰি আছে।

সৌজন্য ঃ ভাস্কৰজ্যোতি দাস, শিৱসাগৰ

# ৰুদ্ৰেশ্বৰ দেৱালয়, উত্তৰ গুৱাহাটী

উত্তৰ গুৱাহাটীৰ এখন প্ৰসিদ্ধ দেৱালয় ৰুদ্ৰেশ্বৰ দেৱালয়। এই দেৱালয় মূলতঃ শিৱ মন্দিৰ। আহোম স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ স্মৃতি ৰক্ষাৰ্থে এই দেৱালয়খন নিৰ্মাণ কৰা হয়।

১৭১৪ চনত ৰুদ্ৰ সিংহ কামৰূপলৈ আহি উত্তৰ গুৱাহাটীৰ ৰজাদুৱাৰত বাহৰ পাতিছিল। দুৰ্ভাগ্যক্ৰমে বৰ্তমান ৰুদ্ৰেশ্বৰ দেৱালয় থকা ঠাইতে হঠাতে নৰীয়াত পৰি তেওঁৰ মৃত্যু হয়। ইয়াৰ পাছত তেওঁৰ পুত্ৰ প্ৰমত্ত সিংহই ১৭৪৮ চনত সেই ঠাইতেই শিৱ লিংগ স্থাপন কৰি এটা শিৱ মন্দিৰ নিৰ্মাণ কৰে। পিতৃ ৰুদ্ৰ সিংহৰ নামেৰে মন্দিৰটোৰ নাম দিয়ে ৰুদ্ৰেশ্বৰ দেৱালয়। মন্দিৰৰ গাত প্ৰমত্ত সিংহৰ এখন শিলালিপিও আছে।

ৰুদ্ৰেশ্বৰ দেৱালয়ৰ ৩৩১ বিঘা লাখেৰাজ (খাজনা দিব নলগীয়া; নিষ্কৰ), ২,৫৯৩ বিঘা নিস্পিখেৰাজ (আধা খাজনা দিবলগীয়া) মাটি আছে। দেৱালয়খনৰ নাম অনুসৰিয়েই সমীপৱৰ্তী ঠাইডোখৰ ৰুদ্ৰেশ্বৰ নামে পৰিচিত। এই ঠাইতেই উত্তৰ গুৱাহাটীৰ ৰাইজে আঘোণ মাহৰ ৰাস পূৰ্ণিমাত ৰাস পূজা পাতে। ইয়াৰে কিছু আঁতৰত থকা 'ৰুদ্ৰ সিংহ' নামৰ বিদ্যালয় এখন আছে। এই বিদ্যালয়খনেও স্বৰ্গদেউ ৰুদ্ৰ সিংহৰ স্মৃতিকে বহন কৰিছে।

ৰুদ্ৰেশ্বৰ দেৱালয় অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।



# লংকেশ্বৰ মন্দিৰ, জালুকবাৰী, গুৱাহাটী

লংকেশ্বৰ মন্দিৰ বা থান কামৰূপৰ এক প্ৰসিদ্ধ শিৱ উপাসনাৰ স্থান। গুৱাহাটী মহানগৰৰ জালুকবাৰীৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ দূৰত্বত ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথৰ কাষত জালুকবাৰীৰ এক অনুচ্চ টিলাত লংকেশ্বৰ শিৱ মন্দিৰ অৱস্থিত। মূল শিৱ মন্দিৰৰ লগতে গণেশ মন্দিৰ আৰু শনি মন্দিৰো আছে। মন্দিৰলৈ যোৱা মূল তোৰণৰ কাষত গণেশ মন্দিৰ, তাৰ কিছু ওপৰত শনি মন্দিৰ আৰু একেবাৰে শিখৰত আছে শিলাৰূপী শিৱৰ মন্দিৰ। মন্দিৰটোৰ নাম অনুসৰি সমীপৱৰ্তী অঞ্চলটো লংকেশ্বৰ নামেৰে পৰিচিত হয়। লংকেশ্বৰ মন্দিৰৰ লগত কেইবাটাও কিংবদন্তি জড়িত হৈ আছে।

কিংবদন্তি অনুসৰি লংকেশ্বৰ, অৰ্থাৎ, লংকাৰ অধিপতি ৰাৱণৰ নাম অনুসৰি ঠাই ডোখৰৰ নাম লংকেশ্বৰ হয়। এবাৰ লংকাৰ ৰজা শিৱভক্ত ৰাৱণৰ মাতৃ নৰীয়াত পৰিল। মাতৃৰ নৰীয়াৰ বাবে শিৱভক্ত ৰাৱণৰ সদায় কৈলাসলৈ যাবলৈ অসুবিধা হ'ল। সেয়ে মাকৰ নিৰ্দেশত ৰাৱণে শিৱক কৈলাসৰ পৰা লংকালৈ যাবৰ বাবে প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। ভক্তৰ মনোবাঞ্ছা পূৰণৰ হেতুকে শিৱই এটি আত্মলিংগ দি ৰাৱণক লংকালৈ যাবলৈ ক'লে আৰু বাটত যাতে লিংগটো ক'তো মাটিত নথয় তাৰ বাবে সকীয়াই দিলে। কেনেবাকৈ মাটিত থ'লে আৰু শিৱ লিংগ উঠাই ল'ব নোৱাৰিব। শিৱ লিংগ লৈ ঘৰমুখী ৰাৱণৰ বাটতে সৰুপানী চুব লাগিল। তেওঁ গৰখীয়াৰূপী গণেশক শিৱ লিংগটো ধৰিবলৈ দি লিংগটো মাটিত নথ'বলৈ ক'লে; কিন্তু ৰাৱণ আঁতৰ হোৱাৰ লগে লগে লিংগটো সেই ঠাইতে প্ৰতিষ্ঠা কৰি গণেশ অন্তৰ্ধান হ'ল। ৰাৱণে আহি দেখে যে গণেশ নাই। তাৰ ঠাইত শিৱ লিংগ প্ৰতিষ্ঠা কৰা হৈছে। ৰাৱণে শিৱৰ এই কৌশল বুজি পাই শিৱক স্তুতি কৰিবলৈ ধৰিলে। শিৱই ৰাৱণে লংকাৰ পৰা স্তুতি কৰিলেও শিৱক পাব বুলি জনোৱাত লংকাপতি তাৰ পৰা আঁতৰ হ'ল। শিৱ লিংগ ইয়াতে ৰৈ গ'ল। তেতিয়াৰে পৰা সমীপৱৰ্তী অঞ্চলটোও লংকেশ্বৰ নামেৰে পৰিচিত হয়।

আন এক প্ৰবাদ অনুসৰি শিৱই অঞ্চলটোৰ অপকৰ্ম বোধ কৰাৰ বাবে প্ৰহৰীৰ দৰে কাম কৰিছিল। এবাৰ কোনো দুষ্ট লোকে শিৱৰ গাত মদ ঢালি দিয়াত মহাদেৱে শৈল ৰূপ ধাৰণ কৰে। এয়াই লংকেশ্বৰৰ শিৱ।

আন এক কিংবদন্তি অনুসৰি লংকাৰ অধিপতি ৰাৱণে পূজা কৰা মহাদেৱক ৰাম-ৰাৱণৰ যুদ্ধৰ সময়তে বিভীষণৰ পৰামৰ্শ মতে হনুমানে আনি বৰ্তমান মন্দিৰটো য'ত অৱস্থিত তাত থৈ গৈছিলহি। তেতিয়াৰে পৰা ইয়াত দেৱাদিদেৱ মহাদেৱক লিংগ ৰূপত পূজা কৰা হৈ আহিছে।

লংকেশ্বৰৰ শিৱ মন্দিৰৰ কাষতে আছে নাৱৰ আকৃতিৰ এচটা শিল আৰু শিৱৰ ভাং খুন্দা খুবলি বুলি ৰাইজে বিশ্বাস কৰা আন এচটা শিল।

লংকেশ্বৰ মন্দিৰত নিত্য পূজাৰ লগতে শিৱৰাত্ৰি আৰু গণেশ চতুৰ্থী মহা ধুম-ধামেৰে পালন কৰা হয়। শিৱৰাত্ৰিৰ দিনা মেলাও অনুষ্ঠিত হয়। এই মন্দিৰ দৰ্শনৰ অৰ্থে দূৰ-দূৰণিৰ পৰা নিতৌ বহু লোক ইয়ালৈ আহে।



# লাচিত বৰফুকনৰ মৈদাম, হোলোঙাপাৰ, যোৰহাট

যোৰহাট নগৰৰ পৰা ৩৭ নং ৰাষ্ট্ৰীয় ঘাইপথেৰে প্ৰায় ১৫ কিলোমিটাৰ দক্ষিণ-পূবৰ হোলোঙাপাৰত আছে অসমৰ জাতীয় বীৰ লাচিত বৰফুকনৰ মৈদাম। বুৰঞ্জীৰ তথ্য অনুসৰি শৰাইঘাটৰ যুদ্ধত আহোমৰ জয়লাভৰ পাছতে স্বৰ্গদেউ উদয়াদিত্য সিংহই জয়ৰ আনন্দত ৰংপুৰত এক বিজয় উৎসৱৰ আয়োজন কৰিছিল। সেই সময়ত লাচিত বৰফুকনে মোগল সৈন্যৰ গতি-বিধি নিৰীক্ষণ কৰি গুৱাহাটীতে আছিল। বিজয় উৎসৱৰ বতৰা আৰু নিমন্ত্ৰণ পাই লাচিত নাৱেৰে গুৱাহাটীৰ পৰা কলিয়াবৰলৈ ব্ৰহ্মপুত্ৰইদি উজাই আহে। সেই সময়ত কলিয়াবৰতো আহোমৰ এটা ছাউনী আছিল। কলিয়াবৰৰ পৰা তেওঁ ঘোঁৰাৰে ৰংপুৰলৈ যাত্ৰা কৰে। কিন্তু দুৰ্ভাগ্যবশতঃ যাত্ৰাপথতে দেৰগাঁৱৰ ওচৰত তীব্ৰ জ্বৰত আক্ৰান্ত হৈ লাচিতৰ মৃত্যু হয় (১৬৭২)। মৃত্যুৰ পাছত লাচিতক ক'ত সমাধিস্থ কৰা হ'ব সেই বিষয়ে তেওঁৰ লগত অহা বিষয়াসকলে চিন্তা-ভাৱনা কৰি যোৰহাটৰ ওচৰৰ হোলোঙাপাৰ মৌজাৰ নৰাহিলৈদাৰী গাঁৱত লাচিতৰ সম্পৰ্কীয় লোক বসবাস কৰা ঠাইতে ৰাজকীয় মৰ্যাদাৰে লাচিতক মৈদাম দিয়া হয়।

আহোমৰ নিয়মমতে, ৰাজ পৰিয়ালৰ লোকক সাধাৰণতে চৰাইদেউতহে মৈদাম দিয়া হৈছিল। ডাঙৰীয়া তিনিজনৰ বুঢ়াগোহাঁইক দিখৌ নদীৰ উত্তৰ পাৰে, বৰগোহাঞিসকলক দক্ষিণ পাৰে আৰু বৰপাত্ৰগোহাঁইসকলক দিচাং নদীৰ উত্তৰপাৰে মৈদাম দিয়া হৈছিল। বৰুৱা, বৰফুকন আদি বিষয়াৰ মৃতদেহ সুবিধা বুজি উজনি অসমৰ যিকোনো এঠাইতে মৈদাম দিয়াৰ নিয়ম আছিল। এনে যুক্তিৰেই লাচিতক নৰাহিলৈদাৰী গাঁৱত মৈদাম দিয়া হয় বুলি ঠাৱৰ কৰা হৈছে।

বহুদিন লোকচক্ষুৰ আঁৰত থকাৰ পাছত মৈদামটো উদ্ধাৰ হয় আৰু তাক ৰাইজে ৰক্ষণাবেক্ষণৰ ব্যৱস্থা কৰে। পূৰ্বতে মৈদামটোৰ উচ্চতা আছিল প্ৰায় ৩০ ফুট। বৰ্তমান ইয়াৰ প্ৰথম খলপাটোৰ উচ্চতা ৪ ফুট, ব্যাস ১০০ ফুট আৰু বেৰ ৩১৪ ফুট। এই খলপাৰ ওপৰত থকা খলপাটোৰ উচ্চতা ১৪ ফুট, বেৰ ২২০ ফুট আৰু ব্যাস ৭০ ফুট। সমগ্ৰ মৈদামটোৱে দুই কঠা ১৪ লেচা মাটি আৱৰি আছে। মৈদামটোৰ ওচৰতে আছে এটা পুখুৰী। বৰফুকনৰ পুখুৰী নামে জনাজাত এই পুখুৰীটোৰ মাটিৰেই মৈদামটো সজা হৈছিল বুলি জনা যায়।

২০০১ চনৰ জানুৱাৰী মাহত মৈদামটো আৰু ইয়াৰ সংলগ্ন এলেকাৰ সৌন্দৰ্যবৰ্ধন কৰি ৰাইজৰ দৰ্শনৰ বাবে মুকলি কৰি দিয়া হয়। এই মৈদাম প্ৰাংগণত লাচিতৰ মৈদামৰ উপৰি আছে লাচিত বৰফুকনৰ চাৰে ছফুট ওখ মাৰ্বলৰ প্ৰতিমূৰ্তি, দৃষ্টিনন্দন শিশু উদ্যান, লাচিত ভৱন, দেওঘৰ আদি।

লাচিত মৈদামৰ পৰা কিছু দূৰৈৰ পীড়াকটাত আছে কাপ্টান গোহাঁইৰ মৈদাম। ৰাজমন্ত্ৰী পূৰ্ণানন্দ বুঢ়াগোহাঁয়ে ইংৰাজ সেনাৰ আৰ্হিত গঢ়া গোড়া পল্টন বাহিনীৰ প্ৰথমজন সেনাপতি আছিল কাপ্টান গোহাঁই। এই অঞ্চলতে আছে তেওঁৰ ৰাণী পদ্মাৱতী গোহাঁইৰো মৈদাম।



# শিখ গুৰুদ্বাৰ, গুৱাহাটী

গুৱাহাটীৰ ফাঁচীবজাৰৰ সোঁমাজত অৱস্থিত গুৰুদ্বাৰটো (গুৰুদ্বাৰা) গুৱাহাটীৰ প্ৰথম গুৰুদ্বাৰ। শিখ মন্দিৰ নামেৰেও গুৰুদ্বাৰটো সমধিক পৰিচিত। শিখ মন্দিৰ থকা এই ঠাইখিনি বৰ্তমান গুৱাহাটীৰ অতি ব্যস্ত ব্যৱসায়িক অঞ্চল।

কুৰি শতিকাৰ প্ৰথমভাগত সেইসময়ৰ গুৱাহাটী ৰে'ল ষ্টেছনৰ ষ্টেছন মাষ্টৰ এলা সিং, ঠিকাদাৰ তথা ব্যৱসায়ী কিছন সিং, ৰে'ল লাইনৰ নিৰ্মাণ অভিযন্তা কেশৰ সিং, ব্যৱসায়ী জীৱন সিং আদিয়ে আগভাগ লৈ গুৱাহাটীত এটি গুৰুদ্বাৰ স্থাপনৰ আঁচনি তৈয়াৰ কৰে। এই আঁচনিৰ কথা জানিব পাৰি গুৱাহাটীৰ লাখটকীয়া নিবাসী খান বাহাদুৰ ইদা খানে সহায়ৰ হাত আগবঢ়ায় আৰু তেওঁৰ সহযোগ তথা প্ৰচেষ্টাতে লাখটকীয়া নিবাসী আন এগৰাকী সমাজকৰ্মী তথা উদাৰ পুৰুষ ডানিছ আলি আহমেদে গুৱাহাটীৰ ফাঁচীবজাৰত একঠা চাৰি লেচা মাটি প্ৰদান কৰে। সেই ভূখণ্ড গুৱাহাটীৰ পৌৰসভাৰ গুৱাহাটী মৌজাৰ তৃতীয় অংশৰ অন্তৰ্গত আৰু সেইসময়ৰ পট্টা নং ১১২ আৰু দাগ নং ৩৯-ৰ অন্তৰ্গত আছিল। আনুমানিক ১৯০২ চনৰ পৰা ১৯০৬ চনৰ ভিতৰত এই ভূখণ্ড গুৰুদ্বাৰা সমিতিৰ (সম্পূৰ্ণ নাম শ্ৰীগুৰু সিং সভা ফাঁচীবজাৰ, গুৱাহাটী) দখললৈ আহে।

প্ৰথম অৱস্থাত এটা টিনৰ ঘৰত গুৰুদ্বাৰটো প্ৰতিষ্ঠা কৰি চাৰিওকাষে আন কিছুমান কোঠালী নিৰ্মাণ কৰি ভাৰালৈ দি গুৰুদ্বাৰা পৰিচালনাৰ বাবে ধন সংগ্ৰহৰ ব্যৱস্থা কৰা হৈছিল। ১৯২৫ চনত টিনৰ ঘৰটোৰ ঠাইত এটা পকী ঘৰ (RCC) সজা হয়। ১৯৭৪ চনত সেই গৃহটিৰ সলনি গোটেই মাটিখিনি আগুৰি এটা পাঁচমহলীয়া অট্টালিকা নিৰ্মাণ কৰা হয়। ইয়াৰ তলৰ মহলা বিভিন্ন ব্যৱসায়িক প্ৰতিষ্ঠানত ভাড়ালৈ দি তৃতীয় মহলাত গুৰুদ্বাৰটো স্থাপন কৰা হয় আৰু বাকীখিনিক

গুৰুদ্বাৰ প্ৰবন্ধক সমিতিৰ কাৰ্যালয়, লংগৰখানা, যাত্ৰীনিবাস আৰু গুৰুদ্বাৰৰ গ্ৰন্থি (পূজাৰী) তথা সেৱাদাৰসকলৰ আবাসগৃহ হিচাপে ৰখা হয়।

ফাঁচীবজাৰৰ গুৰুদ্বাৰৰ শীৰ্ষ মহলাত ৫২ তোলা সোণৰ কলচিৰে সৈতে এটা আটকধুনীয়া গম্বুজ আছে। এই গুৰুদ্বাৰৰ প্ৰবন্ধক সমিতিৰ প্ৰথম সম্পাদক আৰু সভাপতি আছিল ক্ৰমে এলা সিং আৰু নাগিনা সিং।

গুৰুদ্বাৰটোৰ ভিতৰত আছে শিখসকলৰ ধৰ্মগ্ৰন্থ গ্ৰন্থছাহিব আৰু শিখ ধৰ্মগুৰু-সকলৰ প্ৰতিচ্ছবি। সকলো গুৰুপৰব, বৈশাখী, ল'হৰী, দীপান্বিতা বা দেৱালী, শ্ৰাদ্ধ, অন্যান্য ব্যক্তিগত কাৰণত দিয়া অখণ্ড পাঠ আৰু প্ৰয়োজন সাপেক্ষে লংগৰ (শিখ সম্প্ৰদায়ৰ লোকে জাতি, ধৰ্ম নিৰ্বিশেষে সকলো লোকলৈ আগবঢ়োৱা নিৰামিষ সামূহিক ভোজন) এই গুৰুদ্বাৰত অনুষ্ঠিত হয়।

গুৱাহাটীৰ প্ৰসিদ্ধ গুৰুনানক হাইস্কুল এই শিখ মন্দিৰতে আৰম্ভ হৈছিল। পাছলৈ বিদ্যালয়খন ছাত্ৰীবাৰীলৈ স্থানান্তৰিত কৰা হয়।

---

সৌজন্য ঃ উৎপলা কৌৰ, গুৱাহাটী



# শিৱ দৌল, শিৱসাগৰ

শিৱসাগৰ চহৰত থকা অসমৰ এটা প্ৰসিদ্ধ শিৱ মন্দিৰ শিৱ দৌল। দৌলটো মুক্তিনাথ শিৱদৌল নামেৰেও পৰিচিত। ই ভাৰতৰ আটাইতকৈ ওখ শিৱ মন্দিৰ। কৰ্দৈশিৰীয়া এই দৌলটোৰ উচ্চতা প্ৰায় ১৮০ ফুট (প্ৰায় ৫৫.৫১মিটাৰ) আৰু ভেটিৰ প্ৰস্থ ১৯৫ ফুট (প্ৰায় ৬০.১৪ মিটাৰ)। শিৱ দৌলৰ মাটিকালি ৭ বিঘা ১ কঠা। মন্দিৰটোৰ শীৰ্ষত এটা সোণৰ কলচী আছে। কলচীটোৰ উচ্চতা ৮ ফুট। সোণৰ কলচীটো বহুত দূৰৰ পৰাই ৰ'দত চিক্‌মিকাই থকা চকুত পৰে। ১৭৩৩ চনত বৰৰজা অম্বিকা ওৰফে মদাম্বিকা কুৱঁৰীয়ে (আহোম স্বৰ্গদেউ শিৱ সিংহৰ ৰাণী) এই শিৱ দৌল নিৰ্মাণ কৰোৱাইছিল।

শিৱ দৌল আহোম যুগৰ মন্দিৰ স্থাপত্যৰ ধাৰাটোৰ শ্ৰেষ্ঠতম বুলি বিশেষজ্ঞসকলে মত প্ৰকাশ কৰিছে। দৌলৰ বেৰত খোদিত আছে বিভিন্ন দেৱ-দেৱীৰ দৃষ্টিনন্দন মূৰ্তি। শিৱ দৌলৰ এই মন্দিৰ স্থাপত্য অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

শিৱ দৌলৰ ওচৰা-উচৰিকৈ আৰু দুটা দৌল আছে। শিৱ দৌলৰ পশ্চিমে থকা দৌলটোৰ নাম দেৱী দৌল আৰু পূবে থকা দৌলটোৰ নাম বিষ্ণু দৌল।

দেৱী দৌলটো শিৱ দৌলতকৈ সৰু। তদুপৰি ৰাণী অম্বিকাই শিৱসাগৰ বৰপুখুৰীৰ পাৰত নিৰ্মাণ কৰোৱা তিনিটা দৌলৰ এইটো অন্তিম দৌল। দেৱী দৌলৰ বেৰত বিভিন্ন দেৱ-দেৱীৰ ভাস্কৰ্য আছে। তাৰ ভিতৰত দশভুজা দুৰ্গা অন্যতম। দেৱী দৌলৰ ভাস্কৰ্য অসমৰ ৰাজ্যিক সংৰক্ষিত স্থানৰ অন্তৰ্গত। দৌলটোৰ উচ্চতা ৬০ ফুট আৰু ভেটিৰ প্ৰস্থ ১২০ ফুট। নিত্য পূজাৰ উপৰি এই দৌলত প্ৰতি বছৰে সমাৰোহেৰে দুৰ্গা পূজা, বাসন্তী পূজা আদি উদ্‌যাপিত হয়। দৌলৰ মাটিকালি ৪ বিঘা ১ কঠা ১৮ লেচা।

শিৱ দৌলৰ পূবে থকা দৌলটোৰ নাম বিষ্ণু দৌল। এই দৌলৰ বেৰতো খোদিত আছে বিভিন্ন দেৱ-দেৱীৰ দৃষ্টিনন্দন ভাস্কৰ্য। দৌলটোৰ জোখ দেৱী দৌলৰ সমান, অৰ্থাৎ, উচ্চতা ৬০ ফুট আৰু ভেটিৰ প্ৰস্থ ১২০ ফুট। দেৱী দৌলৰ মাটি-কালি ১ বিঘা ৪ কঠা ২ লেচা। বিষ্ণু দৌলৰ ভাস্কৰ্য অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

দৈনিক বহু ভক্তই অভীষ্ট সিদ্ধিৰ বাবে এই দৌলত পূজা দিয়ে। নিত্য শিৱ পূজাৰ উপৰি ইয়াত প্ৰতি বছৰে সমাৰোহেৰে শিৱৰাত্ৰি পালন কৰা হয়। ২০১৮ চনৰ শিৱৰাত্ৰিত এই দৌলক কেন্দ্ৰ কৰিয়েই প্ৰথমবাৰৰ বাবে উদ্‌যাপন কৰা হয় আন্তৰ্জাতিক শিৱ মহোৎসৱ (International Shiva Festival)। মূলতঃ শিৱসাগৰ জিলাক বিশ্ব পৰ্যটনৰ মানচিত্ৰত স্থায়ী ৰূপত অংকন কৰাৰ প্ৰয়াসেৰে আয়োজিত এই শিৱ মহোৎসৱত ভাৰতৰ উপৰি অষ্ট্ৰেলিয়া, ফ্ৰান্স, ৰোমানিয়া, ইটালী, আমেৰিকা, জাপান আদি দেশৰ বহু শিল্পী আৰু পৰ্যটকে অংশ গ্ৰহণ কৰে।



# শিৱসাগৰ বেপ্টিষ্ট গিৰ্জা, শিৱসাগৰ

শিৱসাগৰ চহৰৰ বৰপুখুৰীৰ (শিৱসাগৰ পুখুৰী) দক্ষিণ-পূব পাৰত আছে ঐতিহাসিক শিৱসাগৰ বেপ্টিষ্ট গিৰ্জা। এই গিৰ্জাৰ লগত অসমৰ এছোৱা সময়ৰ ইতিহাস জড়িত হৈ আছে। ১৮৩৬ চনত আমেৰিকান বেপ্টিষ্ট মিছনেৰীৰ এটা দল অসমলৈ আহে। এই মিছনেৰীসকলৰ আগমন অসমৰ শিক্ষা আৰু সাহিত্যৰ ক্ষেত্ৰখনৰ বাবে এক তাৎপৰ্যপূৰ্ণ সংঘটন। মিছনেৰীসকলে ধৰ্ম প্ৰচাৰৰ লগতে অসমৰ সামাজিক, শৈক্ষিক, অৰ্থনৈতিক, সাহিত্যিক উৎকৰ্ষৰ বাবে সবল প্ৰয়াস-প্ৰচেষ্টা চলাইছিল। এই বেপ্টিষ্ট মিছনেৰীসকলক লৈয়ে গুৱাহাটী, নগাঁও আৰু শিৱসাগৰত তিনিটা মিছন প্ৰতিষ্ঠা হৈছিল।

মূলতঃ ধৰ্ম প্ৰচাৰৰ বাবে অহা মিছনেৰীসকলে অৱশ্যে ১৮৪০ চনলৈকে এজন লোককো খ্ৰীষ্ট ধৰ্মত দীক্ষিত কৰিব পৰা নাছিল। মিছনৰ উদ্যোগত প্ৰথম খ্ৰীষ্টান ধৰ্ম গ্ৰহণ কৰা অসমীয়া লোকজন আছিল নিধিৰাম কেওট। ১৮৪১ চনৰ ১৩ জুনত নিধিৰামে জলদীক্ষা (ডুব) দি খ্ৰীষ্টান ধৰ্মত দীক্ষিত হয়। তেতিয়াৰে পৰা তেওঁৰ নাম হয় নিধি লিবাই ফাৰৱেল। অসমীয়া সাহিত্যৰ বিকাশত নিধি লিবাই ফাৰৱেলৰ উল্লেখযোগ্য বৰঙণি আছে। নিধি লিবাই ফাৰৱেলৰ লগত বাতিৰাম দাস, কলিবৰ দাস, ৰাম সিংহ আদি কেইবাজনো লোক খ্ৰীষ্টধৰ্মত দীক্ষিত হয়। ইয়াৰে কলিবৰ দাসৰ পুত্ৰ আছিল গধূলা দাস। গধূলা দাসে পাছত খ্ৰীষ্টধৰ্ম লৈ গধূলা ৰফাছ ব্ৰাউন নামেৰে বিশেষ পৰিচিত লাভ কৰে। শিৱসাগৰত গধূলা ব্ৰাউনৰ নামেৰে এখন বিদ্যালয়ো আছে।

১৮৩৬ চনতে বেপ্টিষ্ট মিছন স্থাপন হৈছিল যদিও ১৮৪৫ চনলৈকে স্থানীয় খ্ৰীষ্টান লোকসকলে ঘৰে ঘৰে উপাসনা কৰিছিল। ১৮৪৫ চনৰ ২৬ জানুৱাৰীত গুৱাহাটী

আৰু নগাঁৱৰ উপৰি শিৱসাগৰতো বেপ্টিষ্ট মণ্ডলী স্থাপন হয়। সেই সময়তে ইংলেণ্ডৰ এংলিকান মিছনে বৰপুখুৰীৰ পাৰত এই গির্জা নির্মাণ কৰে। সেইটোৱেই আছিল উজনি অসমৰ প্ৰথমটো গির্জা। ১৯৩৩ চনলৈকে বেপ্টিষ্ট গির্জা হিচাপে উক্ত গির্জাতে সেৱা-উপাসনা চলিছিল। ১৯৩৩ চনত হোৱা এক প্ৰবল ভূমিকম্পত সেই গির্জাটো ভাগি পৰে। তেতিয়াৰে পৰা দ্বিতীয় মহাসমৰৰ সময়লৈকে শিৱসাগৰৰ বেপ্টিষ্টসকলে শিৱসাগৰৰ দৌল মেমোৰিয়েল বিদ্যালয় ভৱনতে সাময়িকভাৱে সেৱা-উপাসনা কৰিছিল। অৱশেষত ধৰ্ম প্ৰচাৰক ৰেভাৰেণ্ড জন চেলেণ্ডাৰৰ উদ্যোগত ১৯৫৮ চনত বৰ্তমান বেপ্টিষ্ট গির্জাটো নির্মাণ হৈ উঠে। এনেদৰেই সুদীৰ্ঘ ১১২ বছৰৰ মূৰত শিৱসাগৰৰ বেপ্টিষ্ট সমাজে নিজাকৈ এটা স্থায়ী গির্জা লাভ কৰে। এই গির্জা নির্মাণত তেতিয়াৰ মুখ্যমন্ত্ৰী বিমলাপ্ৰসাদ চলিহাই তিনিশ টকা আৰু তেতিয়াৰ লোকসভাৰ সাংসদ প্ৰফুল্ল বৰুৱাই ২৫০ টকাৰ আৰ্থিক সাহায্য আগবঢ়াইছিল।



# শুক্ৰেশ্বৰ মন্দিৰ, গুৱাহাটী

গুৱাহাটীৰ পাণবজাৰৰ ওচৰত ব্ৰহ্মপুত্ৰৰ পাৰত অৱস্থিত এটি প্ৰাচীন প্ৰসিদ্ধ মন্দিৰ। আহোম স্বৰ্গদেউ প্ৰমত্ত সিংহৰ (১৭৪৪-১৭৫১) দিনত ১৭৪৪ চনত নির্মিত এই মন্দিৰৰ ভিতৰত এটি বৃহৎ শিৱ লিংগ আছে। জনশ্ৰুতি অনুসৰি, দৈত্যগুৰু শুক্ৰাচাৰ্যই এই শিৱ লিংগ প্ৰতিষ্ঠা কৰিছিল বাবে ইয়াৰ নাম শুক্ৰেশ্বৰ হয়। মন্দিৰটো শুক্লেশ্বৰ নামেৰেও সমধিক পৰিচিত। শুক্লেশ্বৰ নামৰ সমৰ্থকসকলৰ মতে শিৱই গোটেই শৰীৰত ভস্ম সানি লয়; ভস্মৰ বৰণ ঈষৎ বগা বা শুক্ল। সেয়ে শিৱৰ আনটো নাম শুক্ল। শুক্ল যিহেতু এই মন্দিৰত বিৰাজমান, সেয়ে মন্দিৰটোৰ নাম শুক্লেশ্বৰ। আনহাতে দৈত্যগুৰু শুক্ৰাচাৰ্য আছিল শ্বেতবৰ্ণ আৰু শ্বেতবস্ত্ৰধাৰী। শ্বেত মানে শুক্ল। তাৰ পৰাও মন্দিৰটোৰ নাম শুক্লেশ্বৰ হ'ব পাৰে।

শুক্ৰেশ্বৰ মন্দিৰ গুৱাহাটীৰ বহু ঘটনাৰ নীৰৱ সাক্ষী। ইয়াতে পূৰ্বতে আহোমৰ বৰফুকনৰ দিনত কোঠ আৰু মোগলৰ কিল্লা আছিল। এনেদৰে শুক্ৰেশ্বৰ মন্দিৰ আৰু ইয়াৰ চৌপাশৰ টিলাটোৱে গুৱাহাটীৰ প্ৰতিৰক্ষাত বিশেষ ভূমিকা লৈছিল। কুমুদেশ্বৰ হাজৰিকাই উল্লেখ কৰা মতে বৰ্তমানৰ শুক্ৰেশ্বৰ মন্দিৰৰ ওখ ঠাইখিনিৰ পৰা পূবে লতাশিল পাৰ হৈ নৱগ্ৰহ মন্দিৰৰ নামনিৰ সমতল ভূমিলৈ আছিল এসময়ৰ ইটাখুলি। (উৎস ঃ 'ইতিহাসৰ ছাঁ-পোহৰত পুৰণি গুৱাহাটী') ইটাখুলিতেই ১৬৬৫ চনত আহোম-মোগলৰ এক ৰণ হৈছিল আৰু সেই ৰণত জয়লাভ কৰি অসমীয়া সেনাই মোগল সেনাক খেদি মানাহ নদীৰ সিপাৰ কৰি থৈ আহিছিল।

ইয়াৰ পাছত প্ৰায় চাৰি বছৰ কাল গুৱাহাটী পুনৰ মোগলৰ হাতলৈ গৈছিল। তেনে অৱস্থাত আহোম স্বৰ্গদেউ গদাধৰ সিংহৰ দিনত (১৬৮১-১৬৯৬) এই ঠাইতে ১৬৮৩ চনত (জুলাই-আগষ্ট) আহোম আৰু মোগলৰ ৰণ হৈছিল। ইটাখুলিত

হোৱা বাবেই এই ৰণ ইটাখুলিৰ ৰণ নামেৰে বুৰঞ্জীপ্ৰসিদ্ধ।

এই মন্দিৰত শালেগ্ৰাম শিলা, গণেশ আৰু পাৰ্বতীৰ নিত্য পূজা হয়। দৈনিক পূজা-পাতলৰ উপৰি শিৱৰাত্ৰিৰ সময়ত ইয়াত অগণন ভক্তৰ সমাৱেশ ঘটে। কিছুদিনৰ পৰা 'বোলে বম' নামৰ এটা উৎসৱ শুক্ৰেশ্বৰ মন্দিৰত উদযাপন কৰিবলৈ লোৱা হৈছে। শাওণ মাহত অনুষ্ঠিত এই উৎসৱত ভক্তসকলে বশিষ্ঠাশ্ৰমৰ বশিষ্ঠ গংগাৰ পানী আনি শুক্ৰেশ্বৰৰ শিৱ লিংগৰ ওপৰত ঢালে। এই উৎসৱ মূলতঃ বিহাৰী হিন্দুসকলৰ যদিও আজিকালি আন সম্প্ৰদায়ৰ লোকেও এই উৎসৱত অংশ লয়।

শুক্ৰেশ্বৰ মন্দিৰৰ লগতে থকা এটা বিষ্ণু মন্দিৰৰ নাম জনাৰ্দন দেৱালয়। এই মন্দিৰৰ ভিতৰত বিষ্ণু-জনাৰ্দনৰ এটি সুন্দৰ মূৰ্তি আছে।



# শ্ৰীসূৰ্য পাহাৰ, গোৱালপাৰা

গোৱালপাৰা চহৰৰ পৰা প্ৰায় ১৩ কিলোমিটাৰ নিলগত অৱস্থিত এটা প্ৰসিদ্ধ পাহাৰ শ্ৰীসূৰ্য পাহাৰ। এই পাহাৰতে পঞ্জিকাৰ গণনা সম্পৰ্কীয় চক্ৰাকাৰ চিত্ৰৰ দৰে নানা ৰেখাৰে অংকিত এটা শিল আছে। এই শিল সূৰ্য দেৱতাৰ প্ৰতীক বুলি বিবেচনা কৰি ইয়াৰ নাম শ্ৰীসূৰ্য পাহাৰ ৰখা হৈছে। এই পাহাৰতে উনকোটি শিৱ লিংগ আছে বুলিও জনবিশ্বাস প্ৰচলিত।

অসংখ্য শিৱ লিংগৰ উপৰি ইয়াত দ্বাদশভুজা দুৰ্গা মূৰ্তি, গণেশ, সূৰ্য আৰু চন্দ্ৰাদি দেৱতাৰ বিগ্ৰহ আৰু মূৰ্তি দেখিবলৈ পোৱা যায়। সুদৃশ্য নিজৰাই পাহাৰটোৰ নৈসৰ্গিক দৃশ্য মনোৰম কৰি তুলিছে। প্ৰতি বছৰৰ মাঘী পূৰ্ণিমাত ইয়াত নানা ঠাইৰ বহুসংখ্যক ভক্তৰ সমাগম হয়। হিন্দুৰ দেৱ-দেৱীৰ মূৰ্তিৰ উপৰি ইয়াত বুদ্ধদেৱৰ মূৰ্তিও দেখিবলৈ পোৱা যায়। এই পাহাৰত সাতটা চূড়া আছে। সেয়ে ইয়াৰ আন এটা নাম সাতালী পৰ্বত। শ্ৰীসূৰ্য পাহাৰত হিন্দু, বৌদ্ধ আৰু জৈন ধৰ্মৰ শিলত কটা স্মৃতিচিহ্ন উদ্ধাৰ হৈছে। এই অঞ্চলৰ আটাইতকৈ উল্লেখযোগ্য ভাস্কৰ্য হ'ল আদিত্য চক্ৰ। শিলত খোদিত এই চক্ৰৰ সোঁমাজত কাশ্যপ আৰু চাৰিওফালে ১২জন আদিত্য বহি আছে। উৰিষ্যাত পোৱা নৱগ্ৰহ চক্ৰৰ লগত ইয়াৰ মিল দেখা যায়। প্ৰাক্ আহোম যুগৰ শৈল ভাস্কৰ্য বুলি ঠাৱৰ কৰা এই মূৰ্তিবোৰৰ ভিতৰত বহুসংখ্যক বৌদ্ধস্তূপো দেখা যায়।

গোৱালপাৰা আৰু শ্ৰীসূৰ্য পাহাৰৰ সমীপৱৰ্তী মৰনৈতো বহু বিতোপন ভাস্কৰ্য উদ্ধাৰ হৈছে। শ্ৰীসূৰ্য পাহাৰত উদ্ধাৰ হোৱা উৎকৃষ্ট নিদৰ্শনসূচক কেইটামান ভাস্কৰ্য হ'ল দুৰ্গা, গণেশ, চন্দ্ৰ, বৌদ্ধ মূৰ্তি, শিৱলিংগ আদি।

ভাৰতৰ পুৰাতত্ত্ব বিভাগে শ্ৰীসূৰ্য পাহাৰৰ শৈল ভাস্কৰ্যক ৰাষ্ট্ৰীয় গুৰুত্বৰ স্মৃতিচিহ্নৰূপে সংৰক্ষণ কৰিছে। একেদৰে শ্ৰীসূৰ্য পাহাৰৰ শৈল ভাস্কৰ্য অসমৰ সংৰক্ষিত প্ৰত্নতাত্ত্বিক স্থানৰ অন্তৰ্গত।

# সৰ্পস্তম্ভ, শদিয়া

১৯১৯-২০ চনমানত কৰ্ণেল ডব্লিউ শ্বেক্সপীয়েৰ, কমাণ্ডেণ্ট মেজৰ ক্ৰোট আৰু আমেৰিকান মিছনেৰী জেকমেন নামৰ তিনিগৰাকী লোকে শদিয়াৰ দেওপানীৰ পানী যুঁৰলিৰ পৰা এটা সৰ্পস্তম্ভ উদ্ধাৰ কৰি শদিয়ালৈ লৈ আহিছিল। এটা বিৰাট সৰ্পৰে মেৰিয়াই থোৱাৰ বাবেই স্তম্ভটোক সৰ্পস্তম্ভ বোলা হয়। সৰ্পস্তম্ভটো ষষ্ঠদশ শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে। অৱশ্যে স্তম্ভটো নিৰ্মাণ সম্পৰ্কে বুৰঞ্জীবিদসকলৰ মাজত মতভেদ আছে। ভৱানন্দ বুঢ়াগোহাঞিৰ 'শদিয়াৰ বুৰঞ্জী' মতে ইয়াক ১৫৬২ চনত শদিয়াৰ শদিয়াখোৱা লপাই বুঢ়াগোহাঞিৰ দিনত স্থাপন কৰা হৈছিল। ডঃ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু লক্ষেশ্বৰ শৰ্মাৰ মতে এই স্তম্ভটো ১৫৩২ চনত নিৰ্মাণ কৰা হৈছিল। স্তম্ভটোত মুখত এটা পাত্ৰ লৈ ফনা তুলি থকা ফেঁটি সাপে স্তম্ভটো মেৰিয়াই থকা দৃশ্য খোদিত আছে আৰু ইয়াত টাই লিপিত কিছু নিৰ্দেশনা খোদিত কৰা হৈছে। স্তম্ভটোৰ উচ্চতা ২.২৮ মিটাৰ। এতিয়ালৈকে পোৱা আৰু টাই ভাষাত খোদিত ই একমাত্ৰ স্তম্ভ। ইয়াৰ গুৰিটো বৰ্গাকাৰ আৰু ওপৰৰ অংশ ষষ্ঠকোণীয়া। তলৰ পৰা ওপৰলৈ ক্ৰমাৎ সৰু। স্তম্ভটো আৱিষ্কাৰ কৰাৰ সময়ত ইংৰাজকেইজনে ইয়াৎ লিপিৰ পাঠোদ্ধাৰ কৰিব পৰা নাছিল। এক সূত্ৰমতে শদিয়াৰ সৰ্পস্তম্ভ আচলতে আহোম যুগত বৰ্তমান ৰ'য়িঙৰ ওচৰত খন্দোৱা পুখুৰীৰ পানীৰ উঁহত ৰহ ঢালি পোতা নাগমাৰিহে। তাৰ লিপিবোৰ টাই ভাষাৰ।

কলাগুৰু বিষ্ণুপ্ৰসাদ ৰাভাই সৰ্পস্তম্ভৰ লিপি উদ্ধাৰ কৰি সেয়া আহোম লিপি বুলি ঠাৱৰ কৰিছে। বিষ্ণুপ্ৰসাদ ৰাভাই ইয়াৰ পাঠোদ্ধাৰ কৰিছিল এনেদৰে, 'মই দিহিংগীয়া বৰগোহাঁয়ে শিলৰ খুঁটাৰ গাত আৰু তামৰ ফলিত এই বুলি লিখাওঁ যে মিচ্‌মিবোৰে দিবাং নদীৰ ওচৰত থকা পৰ্বতৰ ওপৰত ল'ৰা-তিৰোতা আৰু লগৰীয়াসকলক লৈ সদায় বসতি কৰিব। সিহঁতে বছৰি চাৰি-পাঁচবিধ অন্যান্য বস্তুৰ লগত কৰ শোধাব আৰু শদিয়াখোৱা গোহাঁইক ৰক্ষা কৰিব। যদি কোনোৱে এই ঠাই অধিকাৰ কৰে আৰু বসতি কৰিব খোজে তেন্তে মই তেওঁক সেই কাম কৰিবলৈ নিষেধ কৰোঁ আৰু যদিহে কোনোৱে পৰ্বতৰ দাঁতিত বাস কৰে তেন্তে তেওঁ নিশ্চয় মিচ্‌মিৰ দাস হ'ব লাগিব। মই ইয়াকো ঘোষণা কৰোঁ যেন এই ঠাইৰ আন কোনো শাসনকৰ্তাই মিচ্‌মিবিলাকৰ লগত কৰা এই চুক্তি ভংগ নকৰে নাইবা শিল খুঁটাটো ভগ্ন নকৰায়।'

অসম ৰাজ্যিক সংগ্ৰহালয়ৰ পৰা প্ৰকাশিত পুস্তিকাতো ৰায়চাহাব গোলাপ চন্দ্ৰ বৰুৱাই এই একেদৰেই কৰা শিলালিপিৰ পাঠোদ্ধাৰৰ বৰ্ণনা কৰিছে।

বৰ্তমান স্তম্ভটো গুৱাহাটীৰ অসম ৰাজ্যিক সংগ্ৰহালয়ত সংৰক্ষণ কৰা হৈছে।

# সুন্দৰীদিয়া সত্ৰ, বৰপেটা

প্ৰাচীন সত্ৰ। বৰপেটা সত্ৰৰ পৰা আঢ়ৈ কিলোমিটাৰমান উত্তৰে সুন্দৰীদিয়া গাঁৱত অৱস্থিত এই সত্ৰ মাধৱদেৱে স্থাপন কৰিছিল (আনুমানিক ১৫৭৩ চন)। মাধৱেদেৱ ইয়াত প্ৰায় ১৪ বছৰ ছমাহ কাল আছিল আৰু 'ভক্তি ৰত্নাৱলী', 'নামঘোষা' আদি কেইবাখনো অমূল্য গ্ৰন্থ ৰচনা কৰিছিল। ইয়াত কীৰ্তন ঘৰ, মঠ আৰু শংকৰদেৱ, মাধৱদেৱ আৰু বদুলা আতাৰ নামত তিনিখন গুৰু আসন আছে। কীৰ্তন ঘৰৰ পূব মূধত এটি ভাঁজঘৰ আৰু তাত কৃষ্ণ মূৰ্তি আছে। জনশ্ৰুতি মতে এই সত্ৰৰ কাষতে থকা মঠটো স্বৰ্গদেউ প্ৰমত্ত সিংহই (১৭৪৪-১৭৫১) নিৰ্মাণ কৰাইছিল। মঠৰ ভিতৰত 'নামঘোষা' স্থাপন কৰা আছে। কীৰ্তন ঘৰৰ দক্ষিণে এটা পাটনাদ আছে, ইয়াৰ পানী উৎসৱতহে ব্যৱহাৰ কৰা হয়। এই সত্ৰৰ বৰ্তমান মাটি ১০৩ বিঘা।

সুন্দৰীদিয়া সত্ৰত বছৰি এবাৰ পালনাম হয়। স্বৰ্গদেউ শিৱ সিংহই (১৭১৪-১৭৪৪) এই সত্ৰলৈ মাটি দিয়া তামৰ ফলি আৰু তামৰ ফলিত লিখা অনুসৰি পালনামৰ অন্তত স্বৰ্গদেউ শিৱ সিংহক পুত্ৰ-পৌত্ৰাদিক্ৰমে আশীৰ্বাদ দিয়া প্ৰথা আজিও প্ৰচলিত।



# হৰ-গৌৰী মন্দিৰ, জয়ৰাপাৰ, শিৱসাগৰ

শিৱসাগৰৰ পৰা প্ৰায় পাঁচ কিলোমিটাৰ নিলগত জয়ৰাপাৰ নামৰ ঠাইত অৱস্থিত হৰ-গৌৰী মন্দিৰ। প্ৰায় ভাগি-ছিগি শেষ হ'ব খোজা এই মন্দিৰটোত শিৱ-পাৰ্বতীৰ এটি যুগল মূৰ্তি আছে। আহোমসকল অসমলৈ অহাৰ আগতেই মন্দিৰটো ভাগি পৰিছিল। বহু শ বছৰৰ পাছত স্বপ্নাদৃষ্ট হৈ এজন ব্যক্তিয়ে এটা পুখুৰীৰ মাজৰ পৰা মূৰ্তিটো উদ্ধাৰ কৰি পুনৰ মন্দিৰটো স্থাপন কৰে। মূৰ্তিটো প্ৰায় দশম-একাদশ শতিকাৰ বুলি ঠাৱৰ কৰা হৈছে। এই মন্দিৰটোৰ কাষত এখন বিল আছে। বিলখনৰ নাম দেওঘৰ বিল। অসম বুৰঞ্জীত চুহুংমুং বা স্বৰ্গনাৰায়ণ বা দিহিঙীয়া ৰজাৰ (১৪৯৭-১৫৩৯) দিনত এই বিলৰ উল্লেখ পোৱা যায়।

# হৰি মন্দিৰ, নলবাৰী

হৰি মন্দিৰ নলবাৰীৰ ঐতিহাসিক ধৰ্মীয় অনুষ্ঠান। নলবাৰীৰ ৰাস মহোৎসৱৰ লগত ওতপ্ৰোতভাৱে জড়িত হৈ আছে হৰি মন্দিৰৰ বুৰঞ্জী। ঐতিহ্যমণ্ডিত নলবাৰীৰ হৰি মন্দিৰ নিৰ্মিত হয় ১৯৪৩ চনত। যিগৰাকী ব্যক্তিৰ উদ্যোগত পোনতে ১৯৩২ চনত ৰাসোৎসৱৰ শুভাৰম্ভ হৈছিল, তেওঁ আছিল তদানীন্তন নলবাৰীৰ গড়কাপ্টানী বিভাগৰ অধিদৰ্শক (overseer), নাম অমৰ কুণ্ড। তেওঁ বৰাক উপত্যকাৰ লোক আছিল। সেই বছৰ কুণ্ডৰ চৰকাৰী বাসগৃহৰ ওচৰতে ৰাসোৎসৱৰ আয়োজন কৰা হৈছিল। ৰাসোৎসৱ পৰিচালনাৰ ক্ষেত্ৰত তেওঁৰ সহায়ক হৈছিল নলবাৰীৰ পশু চিকিৎসালয়ৰ চিকিৎসা-সহায়ক নৰেন বসু। তদুপৰি নলবাৰীৰ স্থায়ী বাসিন্দা গদামল্ল বৰুৱা, বাতিৰাম ডেকা, দণ্ডিৰাম মহাজন, তনুৰাম দাস, পদ্মাপতি দত্ত প্ৰমুখ্যে ভালেসংখ্যক উৎসাহী লোকেও উৎসৱটি সফল কৰি তোলাত সহায় কৰিছিল। ১৯৩৩ চনত প্ৰথমবাৰৰ কাৰণে ৰাস উদ্‌যাপন সমিতি গঠিত হয় আৰু ৰাইজৰ সাহায্যত পুৰণা হাটখোলাত (বৰ্তমান পুৰণা হাটখোলাৰ চিন-চাব নাই) ৰাস উদ্‌যাপন কৰা হয়। সেই সময়ত ৰাসোৎসৱ তিনিদিনীয়াকৈ অনুষ্ঠিত হৈছিল।

ৰাইজৰ উৎসাহ আৰু ৰাসোৎসৱৰ সফলতাৰ প্ৰতি লক্ষ্য ৰাখি উদ্‌যাপন সমিতিয়ে পূজাস্থলীৰ কাৰণে স্থায়ী ঠাই বিচাৰিবলৈ আৰম্ভ কৰে। অৱশেষত কৃষ্ণৰাম মেধিৰ সহযোগত নলবাৰী টাউনৰ দাগ নং ৫৮৪-ৰ মাটিডোখৰ পূজাস্থলী কৰাৰ সিদ্ধান্ত লোৱা হয়। বহুদিন ধৰি খাজানা দিবলৈ বাকী থকা সেই মাটি পাছত মৌজাদাৰ প্ৰতাপ নাৰায়ণ চৌধুৰীৰ সাক্ষ্যৎ ব্যক্তিগত মালিকৰ পৰা হৰি মন্দিৰৰ কৰ্তৃত্বলৈ আহে। ১৯৩৯ চনত প্ৰিয়নাথ কবিৰাজে দান দিয়া চাৰিটা কাঠৰ খুঁটা পুতি হৰি মন্দিৰৰ আধাৰশিলা স্থাপন কৰা হয়। ১৯৪৬ চনত ৰাসোৎসৱৰ স্থান পুৰণা হাট-খোলাৰ পৰা হৰি মন্দিৰলৈ স্থানান্তৰ কৰা হয়।

দামহুৰম মহাজন নামৰ এজন ধৰ্মপ্ৰাণ আৰু দানশীল ব্যক্তিয়ে হৰি মন্দিৰ নিৰ্মাণত এক মুখ্য ভূমিকা লৈছিল। অৱশেষত ১৯৬৫ চনত মন্দিৰটো সম্পূৰ্ণকৈ নিৰ্মাণ হয়। মহাজনৰ সাহায্যতে ১৯৬৮ চনত সম্পূৰ্ণ হয় স্থায়ী ৰাস মণ্ডপ।

নলবাৰীৰ চহৰৰ মাজমজিয়াত অৱস্থিত পুণ্যধামস্বৰূপ হৰি মন্দিৰত বিভিন্ন সময়ত বিভিন্ন উৎসৱ অনুষ্ঠিত হৈ আহিছে। হৰি মন্দিৰ প্ৰাংগণত দুৰ্গা পূজা, শ্যামা পূজা, বিষ্ণু পূজা, শিৱ পূজা, কৃষ্ণৰ জন্মাষ্টমী আদি পালন কৰা হয়। মুখ্য হৰি মন্দিৰ প্ৰাংগণত বিষ্ণু মন্দিৰ, শিৱ মন্দিৰকে ধৰি আৰু কেবাটাও মন্দিৰ স্থাপিত হৈছে। ১৯৪৫ চনৰ পৰা হৰি মন্দিৰত অনুষ্ঠিত হৈ অহা ৰাস মহোৎসৱ উত্তৰ-পূৰ্বাঞ্চলৰ এক সুবৃহৎ মহোৎসৱৰূপে পৰিচিত। ১৯৩৩ চনৰ পৰা ১৯৪৫ চনলৈকে নলবাৰীৰ চহৰৰ পুৰণি হাটখোলাৰ অস্থায়ী মণ্ডপত ৰাসোৎসৱ উদ্‌যাপন কৰা হৈছিল।

হৰি মন্দিৰ প্ৰাংগণলৈ ৰাসোৎসৱ স্থানান্তৰ কৰাৰ পাছৰে পৰাই ই লাভ কৰে এক নতুন আয়তন। হৰি মন্দিৰৰ ৰাস মহোৎসৱ মূলতঃ মূৰ্তিকেন্দ্ৰিক। ইয়াত শ্ৰীকৃষ্ণৰ বিভিন্ন কৰ্মৰাজি তথা লীলাসমূহক মৃন্ময় মূৰ্তিৰে সজাই প্ৰদৰ্শন কৰা হয়। এই প্ৰদৰ্শনীত মূৰ্তিৰ লগতে বিজুলী-বাতিৰ ৰং-বিৰঙৰ দৃষ্টিনন্দন কাৰুকাৰ্য মন কৰিবলগীয়া। স্বাধীনতাৰ পৰৱৰ্তী সময়ত পূজা মণ্ডপ আৰু তাৰ চৌদিশে শ্ৰীকৃষ্ণ আৰু গোপীসকলৰ মৃন্ময় মূৰ্তিবোৰ জাকজমকতাৰে সজোৱাৰ ব্যৱস্থা কৰা হয়। তদুপৰি ৰামায়ণ-মহাভাৰত-পুৰাণাশ্ৰিত ঘটনা আৰু চৰিত্ৰৰ আধাৰত নানান মৃন্ময় মূৰ্তি নিৰ্মাণ কৰোৱাই হৰি মন্দিৰ প্ৰাংগণত চৌপাশে নিয়াৰিকৈ সজাই থোৱাৰ দিহা কৰা হয়। বিজুলী-বাতিৰ সংযোজনে ৰাসোৎসৱক দান কৰে নান্দনিক গৰিমা।

সমান্তৰালভাৱে সেই সময়ছোৱাতে অনুষ্ঠিত হয় অসমৰ বহু ভ্ৰাম্যমাণ নাট্যদলৰ নাট্যাভিনয়, গ্ৰন্থমেলা, অন্যান্য দোকান-পোহাৰৰ মেলা আদি। হৰি মন্দিৰৰ ৰাস মহোৎসৱ উপলক্ষে নিয়মীয়াকৈ এখন স্মৃতিগ্ৰন্থও প্ৰকাশ হৈ আহিছে।

বছৰ বাগৰাৰ লগে লগে এই উৎসৱৰ প্ৰসাৰ ঘটিবলৈ ধৰে। আৰম্ভণিতে নলবাৰী হৰি মন্দিৰৰ ৰাসোৎসৱ তিনিদিনীয়াকৈ অনুষ্ঠিত হৈছিল। কুৰি শতিকাৰ ষাঠীৰ দশকত ই প্ৰথমে পাঁচদিনীয়া আৰু সত্তৰৰ দশকত সাতদিনীয়া হয়। বৰ্তমান এই ৰাসোৎসৱ সমাৰোহেৰে এঘাৰৰ পৰা পোন্ধৰ দিন পৰ্যন্ত পালন কৰা হয়।

নলবাৰীৰ ৰাস মহোৎসৱক ধৰ্মীয় তথা সাম্প্ৰদায়িক সংহতি আৰু সম্প্ৰীতিৰ এক প্ৰাণৱন্ত প্ৰতীকৰূপে গণ্য কৰা হৈছে। হৰি মন্দিৰৰ পৰিসৰো আগতকৈ যথেষ্ট বৃদ্ধি পাইছে, বিকাশ সাধন হৈছে। বৰ্তমান ইয়াত বিভিন্ন শুভকাম, যেনেঃ উপনয়ন, বিবাহ আদিও অনুষ্ঠিত কৰাৰ সুবিধা আছে।

১৯৮৫ চনত হৰি মন্দিৰৰ ৰাসোৎসৱৰ সোণালী জয়ন্তী সমাৰোহেৰে উদ্‌যাপন কৰা হয়।

উল্লেখযোগ্য, অসমত কোনো বিগ্ৰহ বা মূৰ্তিক আলম কৰি প্ৰতিষ্ঠিত অসংখ্য মঠ-মন্দিৰৰ বিপৰীতে নলবাৰী হৰি মন্দিৰেই বোধহয় একমাত্ৰ মন্দিৰ, যি স্থানত প্ৰথমতে ৰাস উৎসৱ পতা হৈছিল আৰু পাছতহে মূৰ্তি স্থাপন কৰি তাত মন্দিৰ প্ৰতিষ্ঠা কৰা হ'ল।

সৌজন্য ঃ দিগন্ত কুমাৰ ভট্টাচাৰ্য, পুনে

# হয়গ্ৰীৱ-মাধৱ মন্দিৰ, হাজো

হয়গ্ৰীৱ-মাধৱ কামৰূপ জিলাৰ হাজোৰ মণিকূট পাহাৰ নামৰ এটা টিলাৰ ওপৰত অৱস্থিত প্ৰসিদ্ধ মন্দিৰ। বিষ্ণুৰ এক অৱতাৰ হয়গ্ৰীৱক (ঘোঁৰাৰ মূৰসহ বিষ্ণু) ইয়াত পূজা-অৰ্চনা কৰা হয়। সংস্কৃত ভাষাত 'হয়' মানে ঘোঁৰা আৰু 'গ্ৰীৱ'ৰ অৰ্থ ডিঙি। সেয়েহে এই মন্দিৰটোক 'হয়গ্ৰীৱ মন্দিৰ' বুলি কোৱা হয়। বৌদ্ধধৰ্মীসকলৰ বাবেও ই এক পবিত্ৰ স্থান। তেওঁলোকে বিশ্বাস কৰে যে গৌতম বুদ্ধই শৰীৰ ত্যাগ কৰি এই স্থানতে মোক্ষ বা নিৰ্বাণ লাভ কৰিছিল।

প্ৰবাদ অনুসৰি এসময়ত সমগ্ৰ পৃথিৱী জলমগ্ন হৈ আছিল। সেই সময়ত ভগৱান বিষ্ণুৱে পানীৰ মাজত যোগনিদ্ৰা কৰিছিল। তেনে সময়তে সৃষ্টিকৰ্তা ব্ৰহ্মাৰ উদ্ভৱ হয় আৰু তেওঁ সহস্ৰদল পদুমৰ ওপৰত আসন লয়। পদুমৰ মধ্যস্থ দুটা জলবিন্দুৰ পৰা উদ্ভৱ হয় মধু আৰু কৈটভ নামৰ দুটা অসুৰৰ। এই দুই অসুৰে ব্ৰহ্মাৰ মুখনিৰ্গত ধৰ্মজ্ঞাপক শাস্ত্ৰ বেদসমূহ বলপূৰ্বক কাঢ়ি নিয়ে আৰু পানীৰ মাজেদি ৰসাতল পায়গৈ। তেতিয়া ব্ৰহ্মাই বিষ্ণুক টোপনিৰ পৰা জগাই বেদ উদ্ধাৰৰ বাবে অনুৰোধ কৰে। ব্ৰহ্মাৰ অনুৰোধ মৰ্মে বিষ্ণুৱে যোগনিদ্ৰাৰ পৰা উঠি হয়গ্ৰীৱ ৰূপলৈ ৰসাতললৈ যায় আৰু বেদসমূহ উদ্ধাৰ কৰি ব্ৰহ্মাক ওভতাই দিয়ে। ইয়াৰ পাছত বিষ্ণুৱে উত্তৰ-পূবলৈ আহি হয়গ্ৰীৱ ৰূপতে শুই পৰে। পাছত মধু আৰু কৈটভ ঘূৰি আহি বিষ্ণুক যুদ্ধলৈ প্ৰত্যাহবান জনায়। সেই যুদ্ধত বিষ্ণুৱে অসুৰ দুটাক পৰাস্ত কৰি বধ কৰে।

'কালিকা পুৰাণ' মতে এই তীৰ্থস্থানৰ প্ৰতিষ্ঠাতা ঔৰ্বঋষি। ভগৱান বিষ্ণুৱে ঔৰ্বঋষিৰ তপস্যা ভংগকাৰী জ্বৰাসুৰ, হয়াসুৰ আদি পাঁচটা অসুৰক বধ কৰি হয়গ্ৰীৱ -মাধৱৰূপে অৱস্থান কৰি আছে।

হয়গ্ৰীৱ-মাধৱৰ এক প্ৰাচীন মন্দিৰ যদিও বৰ্তমানৰ মন্দিৰটো পিছৰ কালৰ। ১৫৬৪ চনত বংগৰ সেনাপতি তীব্ৰ হিন্দুবিদ্বেষী কালাপাহাৰে প্ৰাচীন মন্দিৰটো ধ্বংস কৰে। পাছত কোচ ৰজা ৰঘুদেৱ নাৰায়ণে ১৫৮৩ চনত মন্দিৰটো পুনৰ্নিৰ্মাণ কৰে।



অৱশ্যে কোনো কোনো বুৰঞ্জীবিদৰ মতে ষষ্ঠ শতিকাত পাল বংশৰ ৰজাইহে এই মন্দিৰ নিৰ্মাণ কৰিছিল।

পূৰ্ণানন্দ বুঢ়াগোহাঁইৰ দিনত কলিয়াভোমোৰা বৰফুকনৰ প্ৰথমা পত্নী শয়নীয়ে মন্দিৰটোলৈ এডোখৰ মাটি আৰু চোৰা-চিতাৰ বাবে এটা পাইকৰ পৰিয়াল দান কৰিছিল। মন্দিৰৰ ভিতৰত কোচ ৰজা ৰঘুদেৱ নাৰায়ণ, আহোম ৰজা প্ৰমত্ত সিংহ আৰু কমলেশ্বৰ সিংহৰ শিলালিপি আছে।

হয়গ্ৰীৱ-মাধৱ মন্দিৰটো শিলেৰে নিৰ্মিত। দীঘল শিলৰ খটখটীৰে মন্দিৰলৈ যাব লাগে। মন্দিৰটোৰ পিৰালিটোৰ চৌপাশে খোদিত কৰা হাতীৰ মূৰ আৰু বেৰত থকা প্ৰাচীন ভাস্কৰ্য দৃষ্টিনন্দন। গোটেই মন্দিৰৰ গঠনটো ইটাৰ স্তম্ভৰ ওপৰত আছে যিবোৰ মূল মন্দিৰৰ লগত পাছত যোগ কৰা বুলি অনুমান কৰা হয়।

মন্দিৰটো তিনিটা ভাগত বিভক্ত — গৰ্ভগৃহ (তলভাগ), মধ্যভাগ আৰু শিখৰ (ওপৰভাগ)। মন্দিৰৰ বাটচ'ৰাটো গ্ৰেনাইট শিলেৰে নিৰ্মিত। গৰ্ভগৃহলৈ সোমাই যোৱা ডাঙৰ কোঠালিটো ইটাৰে সজা আৰু ৪০ ফুট X ২০ ফুট আকাৰৰ। ১৪ বৰ্গফুট আৱৰা গৰ্ভগৃহ অংশটো ইটাৰে নিৰ্মিত। শিখৰ অংশটো পিৰামিড আকৃতিৰ। সন্মুখৰ কোঠালিটো শিলেৰে সজা। কোঠালিটোৰ দুয়োফালে পদুমৰ আকৃতিত কটা শিলৰ দুখন দেৱাল আছে।

মন্দিৰৰ বাহিৰফালে বিষ্ণুৰ দহটা অৱতাৰ বৰ্ণনা কৰা ভাস্কৰ্য আছে, যাৰ ভিতৰত বুদ্ধ নৱম। আন ভাস্কৰ্যসমূহ চিনাক্ত কৰিব পৰা নাযায় যদিও বেছিভাগেই পুৰুষা-কৃতিৰ আৰু হাতত ত্ৰিশূল লৈ থকা। মূল মন্দিৰটোৰ কাষতে আহোম ৰজা প্ৰমত্ত সিংহই নিৰ্মাণ কৰা এটা সৰু মন্দিৰ আছে। ইয়াত প্ৰতিবছৰে দৌলোৎসৱ সমাৰোহেৰে পালন কৰা হয়। হয়গ্ৰীৱ-মাধৱ মন্দিৰৰ ওচৰতে বিষ্ণুপুষ্কৰ বা মাধৱ পুখুৰী নামে এটি ডাঙৰ পুখুৰী আছে।

মন্দিৰটোৰ উপাসনাস্থলীত থকা প্ৰতিমূৰ্তিসমূহ হৈছে হয়গ্ৰীৱ বা বুঢ়া মাধৱ,

তাৰ বাওঁফালে আছে দ্বিতীয় মাধৱ বা বিষ্ণু, আৰু বৈষ্ণৱ সংস্কৃতিৰ প্ৰতীক গৰুড়। আন প্ৰতিমূৰ্তিসমূহ হৈছে চলন্ত মাধৱ, গোবিন্দ মাধৱ আৰু বাসুদেৱ। বিষ্ণুৰ প্ৰতিমূৰ্তিটোৰ উৰিষ্যাৰ পুৰীৰ জগন্নাথৰ মূৰ্তিৰ লগত মিল আছে। আনহাতে বৌদ্ধসকলে হয়গ্ৰীৱ-মাধৱৰ মূৰ্তিটো মহামুনি, অৰ্থাৎ, গৌতম বুদ্ধৰ বুলি পূজা কৰে।

এই মন্দিৰৰ চৌহদত লক্ষ্মী মন্দিৰ আৰু দৌল গৃহ আছে। ইয়াত কাঠৰ দোলা, সাঁচিপতীয়া পুথি, হাতী দাঁতৰ সামগ্ৰী দেখা যায়।

হয়গ্ৰীৱ-মাধৱ মন্দিৰত বছৰি জন্মাষ্টমী, মাঘ বিহু আৰু দৌল উৎসৱ সমাৰোহেৰে পালন কৰা হয়। দৈনিক পূজা-পাতলৰ উপৰি বিভিন্ন উৎসৱতো বহু তীৰ্থযাত্ৰী আৰু পৰ্যটক এই মন্দিৰ দৰ্শন কৰিবলৈ আহে।

সৌজন্য ঃ ডাঃ গীতাৰ্থ বৰদলৈ, গুৱাহাটী

